# ছোভিয়েত ইউনিয়নৰ আওহতীয়া জাতীয় অঞ্চলৰ উন্নয়ন





ছোভিয়েত দেশ প্ৰকাশনী
কলিকতা

# U S S R

# Development of outlying National Areas

এই পুস্তিকাৰ সমূহ সমল নোভস্তি প্ৰেছ এজেন্সিৰ সৌজন্যত

বেচ : ৫০ পইচা    Assamese 1969    Price : 50 Paise

ছোভিয়েত ইউনিয়নৰ কলিকতাত থকা বাতৰি যোগনিয়াৰ বিভাগৰদ্বাৰা ১/১ উড ষ্ট্ৰীট, কলিকতা-১৬ৰপৰা প্ৰকাশিত আৰু পূৰ্বোদয় প্ৰেছ, ১০ কৈলাস বোস ষ্ট্ৰীট, কলিকতা-৬ৰপৰা মুদ্ৰিত।

# সূচী

| | | | |
|---|---|---|---|
| জাতিসমূহৰ কাৰাগাৰ | ... | ... | ৬ |
| সম-মৰ্য্যাদাসম্পন্ন জাতিৰ মিলন | ... | ... | ১২ |
| সমূহীয়া স্বাৰ্থ | ... | ... | ২৫ |
| নাৰীসমাজৰ মুক্তি | ... | ... | ৩৮ |
| ৰূপত জাতীয় আৰু বিষয়বস্তুত | | | |
| সমাজতান্ত্ৰিক | ... | ... | ৪৩ |
| প্ৰথমে স্বাস্থ্য | ... | ... | ৫১ |
| আওহতীয়া জাতীয় অঞ্চলৰ ভবিষ্যত | | ... | ৫৮ |

শ-শ বছৰ ধৰি জগতৰ প্ৰগতিশীল মানুহে এনে এক সময়ৰ সপোন দেখিছিল, যি সময়ত জাতিবোৰে পৰস্পৰৰ মাজত বিবাদৰ কথা পাহৰি যাব আৰু এক বিৰাট পৰিয়ালত অন্তৰ্ভুক্ত হব। মানুহৰ এই সপোন পোন প্ৰথম দিঠকত পৰিণত হ'ল বহু জাতিৰ দেশ ৰাছিয়াত, ১৯১৭ চনৰ মহান অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ পিছত। এই বিপ্লৱেই শ্ৰমজীৱী মানুহৰ হাতলৈ ক্ষমতা আনি দিছিল।

বিপ্লৱৰ কেদিনমান পিছতে, ছোভিয়েত চৰকাৰে লেনিনৰ দ্বাৰা ৰচিত ৰাছিয়াৰ জাতিসমূহৰ অধিকাৰৰ ঘোষণা গ্ৰহণ কৰে। এই ঘোষণাই জাৰি কৰিলে জাতিসমূহৰ মাজত সম্পৰ্কৰ এনে এক নতুন নীতি, যাৰ নজীৰ ইতিহাসত পাবলৈ নাই। ই ঘোষণা কৰিলে সম্পূৰ্ণ গণতন্ত্ৰীকৰণ, সকলো জাতিৰ সমান অধিকাৰ, সাৰ্বভৌমত্ব আৰু অবাধ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ আৰু ই সকলো-বোৰ জাতীয় বিশেষ অধিকাৰ আৰু বাধা-নিষেধৰ বিলোপ সাধন কৰিলে।

কিন্তু এই সমানাধিকাৰ বাস্তৱত ৰূপায়িত কৰাৰ আগতে প্ৰয়োজন আছিল দেশৰ বহু জাতি আৰু উপজাতিৰ মাজত থকা অৰ্থনৈতিক আৰু সাংস্কৃতিক পশ্চাৎপদ অৱস্থা অতিক্ৰম কৰা আৰু

সিবিলাকৰ মাজত সৰ্বাঙ্গীণ সহযোগ আৰু ভ্ৰাতৃত্বমূলক পাৰস্পৰিক সাহায্য প্ৰতিষ্ঠা কৰাৰ। একমাত্ৰ গণতান্ত্ৰিক ভিত্তিত। স্বাধীনতা আৰু সমানাধিকাৰৰ ভিত্তিত জাতিসমূহৰ স্বপ্ৰণোদিত মিলনৰ যোগেদিয়েইহে এই সম্পৰ্ক স্থাপন কৰা সম্ভৱ।

লেনিনে সিদ্ধান্ত কৰিছিল যে এনে মিলনৰ অত্যন্ত যুক্তিযুক্ত আৰু ন্যায়সঙ্গত ৰূপ হ'ব এক বহু-জাতিক সমাজতান্ত্ৰিক ৰাষ্ট্ৰ। ইয়াৰ ভিত্তি হ'ব ক্ষুদ্ৰ জাতিসমূহৰ কাৰণে স্ব-শাসন আৰু যুক্তৰাষ্ট্ৰৰ (ফেডাৰেছন) নীতিসমূহ—ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ-সমূহৰ ইউনিয়ন।

আগৰ পিছপৰা জাতীয় অঞ্চলসমূহৰ বিকাশ সম্পৰ্কে লেনিনৰ ভাৱধাৰাক কেনেকৈ বাস্তৱত ৰূপ দিয়া হৈছে, সেই কথা এই ক্ষুদ্ৰ পুস্তিকাখনত তুলি ধৰা হৈছে।

## জাতিসমূহৰ কাৰাগাৰ

প্ৰাক্-বিপ্লৱী ৰাছিয়া আছিল এক বহু-জাতিক শক্তি। ইয়াৰ অধিবাসী আছিল শতাধিক বিভিন্ন জাতি আৰু উপজাতি।

এই বিশাল সাম্ৰাজ্যৰ শ্ৰমজীৱী মানুহ নিৰ্য্যাতিত হৈছিল

ৰাছিয়াৰ জাৰ সম্রাট, তেওঁৰ সামৰিক আৰু অ-সামৰিক প্ৰশাসনৰ দ্বাৰা। ক্ষুদ্ৰ জাতি-উপজাতিবোৰ আছিল দ্বৈত উৎপীড়নৰ, কচ্ছ ৰাজতন্ত্ৰ আৰু নিজৰ জাতীয় শোষকবোৰৰ উৎপীড়নৰ বলি। শেষোক্ত দলে পাইছিল বহু ধৰ্মৰ পাদ্ৰীসকলৰ আৰু বিদেশী পুঁজিপতিসকলৰ, বিশেষকৈ ফৰাচী, বেলজিয়ান্, বৃটিছ, জাৰ্মান আৰু মাৰ্কিন পুঁজিপতিসকলৰ সক্রিয় সমৰ্থন। এই বিদেশী পুঁজিপতিসকলেই ৰাছিয়াৰ অনেক মূল শিল্প নিয়ন্ত্ৰণ কৰিছিল।

এইভাৱে, আজাৰবাইজানত, আৰু পিছত গ্ৰজ্‌নী চহৰৰ কাষত প্ৰচুৰ তেলসম্পন্ন পুং আবিষ্কাৰ হোৱাৰ লগে লগেই, মাৰ্কিন আৰু ইউৰোপীয় একচেটিয়া পুঁজিপতিসকলে এই সম্পদ নিয়ন্ত্ৰণ কৰাৰ কাৰণে আৰু কোটি কোটি টকাৰ লাভ লুট কৰাৰ উদ্দেশ্যে যেই কোনো অজুহাতৰ, প্ৰায়েই প্ৰত্যক্ষ অৰ্থনৈতিক চাপৰ, সুযোগ গ্ৰহণ কৰিছিল। আনহাতে, খাদত কাম কৰা ককেছীয় সকলে কোনো ৰকমে জীৱননিৰ্বাহ কৰি থাকিব লগা হৈছিল।

সাধাৰণতে আওহতীয়া জাতীয় অঞ্চলসমূহৰ শ্ৰমিকসকলে দিনে ১৭।১৮ ঘণ্টা কাম কৰিব লগা হৈছিল। ইয়াৰ বাবে তেওঁলোকে পাইছিল নাম মাত্ৰ মজুৰি। প্ৰাক্-বিপ্লৱী ৰাছিয়াৰ পূৰ্বাঞ্চলৰ আওহতীয়া অঞ্চলবোৰৰ পামত কাম কৰা শ্ৰমিকসকলৰ

অৱস্থাই আছিল সম্ভৱতঃ আটাইতকৈ দুৰ্বহ। তাত এজন পুৰুষ শ্ৰমিকে বছৰি উপাৰ্জন কৰিছিল ৮৬ ৰুবল, তিৰোতাই ৫৬ ৰুবল, আৰু নবযৌৱন-প্ৰাপ্ত শ্ৰমিকে ৩৩ ৰুবল। অৰ্থনীতিবিদসকলৰ হিচাপ মতে, এজন যুবকে কেৱল খাদ্যৰ কাৰণেই বছৰি ৯৮ ৰুবল খৰচ কৰিব লাগে। ফলত, শ্ৰমিকসকল চিৰকাল ধৰি তেওঁলোকৰ ওপৰৱালাসকলৰ ওচৰত ধৰুৱা হৈ থাকিব লগা হৈছিল।

পূৰ্বাঞ্চলৰ আশ্ৰহতীয়া অঞ্চলবোৰৰ জাতিসমূহ এক ধৰণৰ অত্যন্ত ৰূঢ় শোষণৰ সম্মুখীন হব লগা হৈছিল। ভোগ্য বস্তু আৰু এইবিলাক অঞ্চলৈ আমদানি কৰা খাদ্যবস্তুৰ মূল্য আছিল অতিশয় উচ্চ। আনহাতে, ৰপ্তানি কৰা প্ৰাথমিক বস্তুবোৰৰ মূল্য আছিল অত্যন্ত কম। উদাহৰণ স্বৰূপে, এইবিলাক অঞ্চলত চাহ আৰু চেনিৰ দাম মধ্য ৰাছিয়াৰ দামতকৈ চাৰিগুণ বেছি, ৭ ৰুবল দামৰ ছামোভাৰটো তাত বিক্ৰী হৈছিল ১৪ ৰুবলত, ২ ৰুবল দামৰ লোহাৰ পাত্ৰ তাত বিক্ৰী হৈছিল ৫০ ৰুবলত। কৰ-সংগ্ৰহ আৰু অতিৰিক্ত সুদত ঋণদান আছিল এইবিলাক অঞ্চলৰ শাওপাত।

ভাল ভাল মাটিবোৰ দখল কৰিছিল বিদেশী, ৰুছীয় আৰু স্থানীয় শিল্পপতি আৰু জমিদাৰসকলে। থলুৱা মানুহক খেদি

পঠিয়াইছিল মৰুভূমি আৰু পাহাৰীয়া অঞ্চলবোৰলৈ। প্ৰথম বিশ্ব-যুদ্ধৰ আগমুহূৰ্তত, ৰুছ কৰ্তৃপক্ষৰ অনুমতি লৈ বোখাৰাৰ আমীৰে মাটিৰ ডাঙৰ ডাঙৰ অংশবোৰ বিদেশী অনুগ্ৰহদাতাসকলৰ হাতত তুলি দিছিল।

ছাইবেৰিয়াত ক্ষুদ্ৰ জাতিবোৰৰ অৱস্থা আছিল চৰম অসহনীয়। স্থানীয় জনসাধাৰণৰ পাছপৰা অৱস্থাৰ সুযোগ লৈ, উদ্যোগী ব্যৱসায়ীসকলে সাধাৰণ অলংকাৰ, নিমখ, চিকাৰী টুপীৰ বিনিময়ত সোণ, মিহি নোম আৰু মূল্যবান পাথৰ সলনি কৰি প্ৰভূত সম্পদ অৰ্জন কৰিছিল।

অৰ্থনৈতিক উৎপীড়নৰ উপৰিও, প্ৰাক্-বিপ্লৱী ৰাছিয়াৰ আওহতীয়া অঞ্চলসমূহৰ জাতিবোৰ আছিল ৰাজনৈতিক অধিকাৰ-বিহীন আৰু সাংস্কৃতিকভাৱে পাছপৰা। অজ্ঞ মানুহৰ ওপৰত প্ৰভুত্ব কৰাটো জমিদাৰ আৰু পুঁজিপতিসকলৰ কাৰণে নিচেই সহজ আছিল। উদাহৰণ স্বৰূপে, বিপ্লৱৰ আগতে তাজিকিস্তানত শিক্ষিতৰ সংখ্যা ২০০০ মানুহৰ ভিতৰত আছিল মাত্ৰ এজনহে। উপৰোক্ত অৱস্থাই ইয়াৰ কাৰণে দায়ী।

তাজিক ছোভিয়েত সমাজতান্ত্ৰিক ৰিপাব্লিকৰ সন্মানিত শিক্ষক কে. ছালিবায়েভে নিম্নলিখিত ঘটনাৰ বৰ্ণনা দিছে: "৫০ বছৰৰ

আগতে মোৰ নিজা গাঁৱত এই ঘটনাটো ঘটিছিল। ঘোৰ শীত-কালতে, গাঁৱৰ এজন মানুহে— মানুহজনৰ উপাধিটো মোৰ মনত নাই, কিন্তু প্ৰথমটো নাম ছৰিক—কাৰখানাত থকা তেওঁৰ ককায়েকৰপৰা এখন চিঠি পালে। নিজৰ অৱস্থাটো অলপ টনকিয়াল কৰাৰ উদ্দেশ্যে ককায়েকে গাঁও এৰি অন্য ঠাইলৈ গুচি গৈছিল আৰু বহুদিনলৈকে তেওঁৰ কোনো বা-বাতৰি পোৱা নগৈছিল। এদিন দীৰ্ঘ প্ৰত্যাশিত চিঠিখন আহিল। অঙহী-বহুহা-সকলৰ আনন্দত তল-ওপৰ লাগিল। কিন্তু তেওঁলোক সকলোৱেই আছিল নিৰক্ষৰ আৰু কোনেও চিঠিখন পঢ়িব পৰা নাছিল। চিঠিখন পঢ়িব পৰা এজন মানুহ বিচাৰি ছৰিকে ঘৰে ঘৰে গৈ চলাথ কৰিলে। কিন্তু হায়! গাঁৱৰ ৩০০ জন বয়স্ক মানুহৰ ভিতৰত কোনেও পঢ়িব নাজানে। কাগজৰ টুকুৰাটো লৈ ছৰিকে হুৰাহুৰে কান্দিবলৈ ধৰিলে। থেতিয়কসকলে তেওঁক সান্ত্বনা দিলে আৰু ওখ পাহাৰৰ গিৰিপথৰ সিপাৰে থকা কাষৰ গাঁও-খনলৈকে যোৱাৰ কাৰণে তেওঁক পৰামৰ্শ দিলে। শেষত, তেওঁ তাকেই কৰিব লগা হ'ল!"

বহু জাতি অধ্যুষিত আওহতীয়া অঞ্চলবোৰৰ বহু জাতিৰেই কোনো লিখিত ভাষা নাছিল। চুকচি, এভেন্‌কি, নানাইটুজি আদি

উত্তৰাঞ্চলৰ জাতিবোৰ আছিল, সম্পূৰ্ণৰূপে নিৰক্ষৰ আৰু তেওঁলোক অজ্ঞান আন্ধাৰত ডুব গৈ আছিল।

মধ্য এছিয়া আৰু অন্যান্য আওহতীয়া জাতীয় অঞ্চলবোৰৰ বিপুল সংখ্যাধিক জনসাধাৰণো আছিল নিৰক্ষৰ। প্ৰাক্-বিপ্লৱ ৰাছিয়াৰ জনসংখ্যাৰ তিনি চতুৰ্থাংশ মানুহেই লিখা পঢ়া একোকেই নাজানিছিল।

ক্ষুধা আৰু শীত, হাড়ভঙা পৰিশ্ৰম আৰু দুখলগা অস্বাস্থ্যকৰ অৱস্থাৰ ফলত প্লেগ, কলেৰা, বসন্ত, টাইফাচ আদি ভয়াবহ মাৰাত্মক ৰোগৰ উৎপত্তি হৈছিল। জনস্বাস্থ্য বিষয়ৰ নিকৃষ্ট ব্যৱস্থাই পৰিস্থিতি আৰু ভয়ানক কৰি তুলিছিল। যেনে, বৰ্তমানৰ উজবেকিস্তানত, তেতিয়া ৪০,০০০ অধিবাসীৰ মাজত আছিল মাত্ৰ এজন ডাক্তৰ। উত্তৰাঞ্চলৰ বহু জাতিয়ে এই কথা আনকি জনাও নাছিল যে উপযুক্ত চিকিৎসা-সাহায্য বুলি কিবা এটা বস্তু আছে।

প্ৰায়বিলাক ইউৰোপীয় দেশ, মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু জাপানৰ লগত তুলনাত মৃত্যুহাৰ আছিল উচ্চতৰ। শিশু মৃত্যুহাৰ আছিল বিশেষৰূপে উচ্চ। এবছৰ নৌ পাওঁতেই প্ৰায় কুৰি লাখ ল'ৰা-ছোৱালী (জন্ম লাভ কৰা সংখ্যাৰ এক-চতুৰ্থাংশ) মৃত্যুৰ মুখত

পৰিছিল।

অসংখ্য জাতি-উপজাতিক পদদলিত কৰি ৰখাৰ কাৰণে ৰাছিয়াৰ বুর্জোৱা আৰু জমিদাৰ শ্রেণীৰ চৰকাৰে জাতিগত বিদ্বেষৰ উচটনি দিছিল।

পাশৱিক শোষণ, ক্ষুধা আৰু জাতীয় উৎপীড়ন, ৰোগ আৰু অজ্ঞতাই আছিল প্রাক-বিপ্লৱী ৰাছিয়াৰ লাখ লাখ মানুহৰ জীৱনৰ ভাগ্যলিপি। সেইকাৰণেই ইয়াক যুক্তিসঙ্গতভাৱে বোলা হৈছিল জাতিসমূহৰ পোতাশাল।

## সমমর্য্যাদাসম্পন্ন জাতিৰ মিলন

অক্টোবৰ বিপ্লৱৰ আগমুহূর্তত ৰাছিয়াৰ কমিউনিষ্টসকলৰ সমুখত দেখা দিলে এক পর্বতপ্রমাণ কর্তব্য। এই কর্তব্য হ'ল বিশাল দেশখনত বাস কৰা বিভিন্ন জাতি উপজাতিৰ মাজত এক নতুন সম্পর্ক সৃষ্টি কৰা। বিপত্তিয়ে দেখা দিলে। কাৰণ, পুঁজিবাদে জাতীয় অবিশ্বাস আৰু বিচ্ছেদৰ ভাব চৰম সীমা পোৱাইছিলগৈ।

১৯১৭ চনৰ মহান অক্টোবৰ বিপ্লৱে শ্রমজীৱী মানুহৰ হাতলৈ

ক্ষমতা আনি দিলে। সেই স্মৰণীয় দিনসমূহত অনুষ্ঠিত ছোভিয়েতসমূহৰ দ্বিতীয় কংগ্ৰেছে ঘোষণা কৰিলে ৰাছিয়া এখন শ্ৰমিক, সৈনিক আৰু কৃষক প্ৰতিনিধিসকলৰ ( ডেপুটী ) প্ৰজাতন্ত্ৰ ( ৰিপাব্লিক ) বুলি।

ৰাছিয়াৰ জাতিসমূহৰ অধিকাৰবোৰৰ ঘোষণাই অতীতৰ শোষণ আৰু জাতিয়ে জাতিয়ে বিদ্বেষ সৃষ্টিৰ নীতি পৰিত্যাগ কৰিলে আৰু "ৰাছিয়াৰ জাতিসমূহৰ স্বপ্ৰণোদিত আৰু সং মিলনৰ" নীতি জাৰি কৰিলে। শান্তি সম্পৰ্কীয় বিধান আৰু ভূমি-বিধানৰ লগতে এই ঘোষণাও ছোভিয়েত চৰকাৰৰ প্ৰথম প্ৰধান দলিল সমূহৰ অন্যতম। এই ঘোষণাই প্ৰতিষ্ঠা কৰিলে ছোভিয়েতৰ জাতীয় নীতিৰ সুদৃঢ় নীতিসমূহ : **ৰাছিয়াৰ জাতিসমূহৰ সমান অধিকাৰ আৰু সাৰ্বভৌমত্ব, পৃথক হোৱা আৰু স্বতন্ত্ৰ ৰাষ্ট্ৰ গঠন কৰাৰ অধিকাৰসহ সিবিলাকৰ অবাধ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ**। শ-শ-বছৰ ধৰি প্ৰচলিত আৰু ৰাছিয়াৰ জাৰতন্ত্ৰই বিধিবদ্ধ কৰা যিবিলাক জাতীয় আৰু ধৰ্মীয় বিশেষ অধিকাৰ আছিল সেইবিলাক এতিয়া নাকচ কৰা হ'ল। ৰাছিয়াত বাস কৰা সৰু-বৰ সকলো জাতিয়ে সমান অধিকাৰ লাভ কৰিলে।

গণ কমিছাৰৰ ছোভিয়েতৰ ( ছোভিয়েত চৰকাৰ ) অধীনত, জাতিসমূহৰ গণকমিছাৰেট গঠন কৰা হ'ল। জাতিসমূহ সম্পৰ্কীয় নীতিৰ কাৰ্য্যকৰী পথ নিৰ্দ্ধাৰণৰ দায়িত্ব এই কমিছাৰেটৰ ওপৰত অৰ্পণ কৰা হ'ল।

ফিন্‌লেণ্ড, পোলেণ্ড, লিথুৱানিয়া, লাৎভিয়া, এস্তোনিয়া আৰু মঙ্গোলীয়া আৰু চীনৰ মাজত সীমান্তত অৱস্থিত সক পাহাৰী দেশ টুভা পিছত আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ সুযোগ গ্ৰহণ কৰি নবীন ছোভিয়েত ৰাষ্ট্ৰৰপৰা পৃথক হৈ যায়।

বিপ্লৱৰ প্ৰথম কেমাহত আৰু গৃহযুদ্ধৰ কালছোৱাত জাতীয় সীমান্তৱৰ্তী অঞ্চলৰ শ্ৰমিক আৰু কৃষকসকলৰ বীৰত্বপূৰ্ণ সংগ্ৰামৰ ফলত প্ৰথম ছোভিয়েত প্ৰজাতন্ত্ৰসমূহ—ৰাছিয়ান, উক্ৰেনীয়ান, বাইলোৰাছিয়ান আৰু ট্ৰান্স ককেছিয়ান প্ৰজাতন্ত্ৰ—গঠন হ'ল। শেষোক্তখন আজাৰবাইজান, আৰ্মেনিয়া আৰু জৰ্জিয়াক লৈ গঠন কৰা এখন যুক্তৰাষ্ট্ৰ।

ছোভিয়েত প্ৰজাতন্ত্ৰসমূহৰ ৰাষ্ট্ৰীয় মৰ্য্যাদা লাভৰ পথটো আছিল জটিল। কিন্তু প্ৰতিবিপ্লৱ আৰু বিদেশী হস্তক্ষেপৰ বিৰুদ্ধে যুদ্ধত সিবিলাক সকলোৱেই ঐক্যবদ্ধ হবলৈ বিচাৰিছিল।

১৯২২ চনত ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰসমূহৰ ইউনিয়ন

গঠন হয়। বাছিয়াৰ জাতিসমূহৰ অধিকাৰ ঘোষণাৰ সফল প্ৰয়োগৰ ইয়েই হ'ল জলন্ত প্ৰমাণ। এনে ইউনিয়ন গঠনৰ প্ৰয়োজনীয়তা আছিল খুবেই স্পষ্ট।

প্ৰথম অৱস্থাৰপৰাই ছোভিয়েত প্ৰজাতন্ত্ৰসমূহে ঐক্যৰ কাৰণে প্ৰচেষ্টা চলাইছিল। ছোভিয়েত ক্ষমতাৰ প্ৰথম কেবছৰত ইয়াৰ আভ্যন্তৰীণ আৰু বহিঃশত্ৰুৰ বিৰুদ্ধে ই যুঁজিব লগা হৈছিল। সেই সময়ত প্ৰজাতন্ত্ৰসমূহে এক সামৰিক আৰু ৰাজনৈতিক মিলনৰ চুক্তি কৰিছিল। গৃহযুদ্ধ আৰু বিদেশী হস্তক্ষেপ শেষ হোৱাৰ পিছত, প্ৰজাতন্ত্ৰসমূহে অৰ্থনৈতিক সংযোগ স্থাপন কৰিবলৈ আৰু পৰস্পৰে পৰস্পৰক অৰ্থনৈতিক সাহায্য দিবলৈ আৰম্ভ কৰিলে। ছোভিয়েত প্ৰজাতন্ত্ৰসমূহৰ কূটনৈতিক মিলনে ১৯২১-২২ চনত আত্মপ্ৰকাশ কৰে।

পোন প্ৰথমবাৰৰ কাৰণে মানৱজাতিৰ সমুখত দেখা দিলে এখন বহুজাতিক সমাজতান্ত্ৰিক ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাৰ সমস্যা। স্বাভাৱিকতে, কি নীতিৰ ভিত্তিত এই ইউনিয়ন গঠন হব সেই প্ৰশ্নটো ৰাজহুৱা সভাবোৰত কমিউনিষ্ট পাৰ্টি আৰু চৰকাৰৰ ভিতৰত সময়ে সময়ে উত্তপ্ত আলোচনাৰ বিষয় হৈ পৰিছিল।

অনেক পৃথক পৃথক মত প্ৰকাশিত হৈছিল। লেনিনৰ প্ৰস্তাৱ

আছিল এক যুক্তৰাষ্ট্ৰ—ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰসমূহৰ ইউনিয়ন গঠনৰ কাৰণে। এই ইউনিয়ন হব **সমান, সাৰ্বভৌম** ৰাষ্ট্ৰবোৰৰ স্বপ্ৰণোদিত সমিতি। ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰসমূহৰ ইউনিয়নৰপৰা পৃথক হোৱাৰ অধিকাৰ প্ৰত্যেকখন প্ৰজাতন্ত্ৰৰ থাকিব লাগিব—এয়ে আছিল লেনিনৰ দৃঢ় প্ৰত্যয়।

ছোভিয়েত দেশৰ জাতিসমূহে লেনিনৰ প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনালে। ১৯২২ চনৰ ৩০ ডিচেম্বৰত অনুষ্ঠিত ছোভিয়েতসমূহৰ প্ৰথম সৰ্ব ইউনিয়ন কংগ্ৰেছত দেশৰ সমস্ত জাতিৰ প্ৰতিনিধিসকলে অংশগ্ৰহণ কৰিছিল। এই কংগ্ৰেছেই নিষ্ঠাৰে সৈতে ঘোষণা কৰিলে ছোভিয়েত ইউনিয়নৰ পত্তন। প্ৰথমতে ইয়াত যোগ দিছিল চাৰিখন প্ৰজাতন্ত্ৰই – ৰাছিয়ান ছোভিয়েত ফেডাৰেটিভ ছ'চিয়েলিষ্ট ৰিপাব্লিক, উক্ৰেনিয়ান ছোভিয়েত ছ'চিয়েলিষ্ট ৰিপাব্লিক, বাইলোৰাছিয়ান ছোভিয়েত ছ'চিয়েলিষ্ট ৰিপাব্লিক আৰু ট্ৰান্সককেছিয়ান ছোভিয়েত ফেডাৰেটিভ ছ'চিয়েলিষ্ট ৰিপাব্লিক।

বৰ্তমানে ছোভিয়েত ইউনিয়নত আছে ১৫ খন ইউনিয়ন ৰিপাব্লিক: ৰাছিয়ান ছোভিয়েত ফেডাৰেটিভ ছ'চিয়েলিষ্ট

বিপাব্লিক, উক্রেনিয়ান, বাইলোবাছিয়ান, উজবেক, কাজাখ, জর্জিয়ান, আজাৰ বাইজান, লিথুয়ানিয়ান, মলদাভিয়ান, লাৎভিয়ান, কিবঘিজ, তাজিক, আর্মেনিয়ান, তুর্কমান আৰু এস্তোনিয়ান ছোভিয়েত ছ'চিয়েলিষ্ট বিপাব্লিক।

১৯৩৬ চনত নতুন ছোভিয়েত সংবিধান গৃহীত হ'ল। বহু-জাতিক ছোভিয়েত সমাজতান্ত্রিক ৰাষ্ট্রত জাতিসমূহৰ সম্পৰ্কৰ সংজ্ঞা এই সংবিধানে স্পষ্টৰূপে নিৰ্দ্ধাৰণ কৰিলে।

বহুজাতিক ৰাষ্ট্র গঢ়ি তুলিবলৈ যাওঁতে প্ৰায় দুই দশকৰ অভিজ্ঞতাই, বৃহৎ আৰু আপেক্ষিকভাৱে ক্ষুদ্ৰ, উভয় বিধ জাতিৰে জাতীয় লক্ষণ আৰু স্বাৰ্থৰ কথা বিবেচনা কৰাৰ প্ৰয়োজনীয়তা প্ৰতিপাদন কৰে। ক্ষুদ্ৰ জাতিবোৰে বিচাৰিছিল সমাজতান্ত্রিক ব্যৱস্থাত আত্মশাসিত সমাজতান্ত্রিক ৰাষ্ট্রৰ মৰ্য্যাদা। ইউনিয়ন বিপাব্লিকবোৰৰ ভিতৰত তুলনাগত ক্ষুদ্ৰ কিন্তু অঞ্চলগতভাৱে সংলগ্ন জাতীয় গ্ৰুপ থকাৰ কাৰণে ক্ষুদ্ৰতৰ ৰাষ্ট্ৰীয় ৰূপ—স্বয়ংশাসিত ছোভিয়েত সমাজতান্ত্রিক প্ৰজাতন্ত্র, স্বয়ংশাসিত এলেকা আৰু জাতীয় অঞ্চল গঠন কৰা হয়।

বৰ্তমানে ছোভিয়েত সমাজতান্ত্রিক ৰাষ্ট্রসমূহৰ ইউনিয়নত প্ৰায় পঞ্চাছখন জাতীয় স্ব-শাসিত গোট আছে।

স্বশাসিত বিপাব্লিকবোৰ হৈছে ইউনিয়ন বিপাব্লিকৰ অংশ। সিবিলাকে ৰাজনৈতিক আত্মশাসন ভোগ কৰে, স্থানীয় সংসদৰ (স্বশাসিত বিপাব্লিকৰ সৰ্বোচ্চ ছোভিয়েত) দ্বাৰা গৃহীত নিজস্ব সংবিধান সিবিলাকৰ আছে। ইউনিয়ন বিপাব্লিকসমূহৰ নাগৰিকৰ দৰেই স্বশাসিত বিপাব্লিকৰ নাগৰিকো ছোভিয়েত ইউনিয়নৰ নাগৰিক।

স্বশাসিত বিপাব্লিকসমূহৰ সৰ্বোচ্চ ছোভিয়েত আৰু মন্ত্ৰী পৰিষদসমূহৰ (চৰকাৰ) হাতত স্থানীয় অৰ্থনীতি চালনা কৰা আৰু সাংস্কৃতিক প্ৰয়োজন পূৰণ কৰাৰ ক্ষেত্ৰত যথেষ্ট ক্ষমতা ন্যস্ত থাকে।

এই একে নীতিৰ ওপৰত ভিত্তি কৰিয়েই স্বশাসিত এলেকা আৰু জাতীয় অঞ্চলবোৰ গঠন কৰা হয়। অৱশ্যে, সিবিলাকৰ আত্মশাসনৰ অধিকাৰ থাকে কেৱল প্ৰশাসনৰ ক্ষেত্ৰতহে। এই-বিলাকে ইউনিয়ন বিপাব্লিকৰ অংশ আৰু ৰাজনৈতিকভাৱে ইয়াৰ অধীন।

ছোভিয়েত ৰাষ্ট্ৰৰ জাতীয় ভিত্তি হ'ল সমান অধিকাৰসম্পন্ন জাতি আৰু উপজাতিসমূহৰ ভ্ৰাতৃত্বমূলক মিলন। কালৰ গতি আৰু দ্বিতীয় বিশ্বযুদ্ধৰ কঠোৰ অগ্নিপৰীক্ষাৰ সন্মুখীন হব লগা

হৈছিল এই নীতি। সমাজতন্ত্ৰৰ শত্ৰুবোৰৰ আশাত চেঁচা পানী ঢালি, এই কঠোৰ পৰীক্ষাই ছোভিয়েত দেশৰ জাতিসমূহৰ মাজত সাধাৰণ বন্ধন আৰু পাৰস্পৰিক সাহায্য ছিন্ন বা দুৰ্বল কৰাৰ পৰিবৰ্ত্তে বেছি দৃঢ়হে কৰি তুলিলে।

প্ৰশাসনিক সুবিধা আৰু সু-পৰিচালনা সুনিশ্চিত কৰাৰ কাৰণে বৃহৎ আকাৰৰ ইউনিয়ন ৰিপাব্লিকবোৰ কেবাটা খণ্ড আৰু অঞ্চলত বিভক্ত কৰা হয়। এই অঞ্চলবিলাকক আকৌ কেবাখনো জিলাত বিভক্ত কৰা হয়। এই সকলোবোৰ প্ৰশাসনিক গোটৰ নিজৰ স্থানীয় শাসিত সংগঠন ( নিকায় ) আছে—জনপ্ৰতিনিধিসকলৰ ছোভিয়েত। সমগ্ৰ জনসাধাৰণে এই ছোভিয়েতবোৰ নিৰ্বাচিত কৰে। দেশৰ বহু হাজাৰ চহৰ, গাওঁ আৰু শ্ৰমিক বস্তিবো এনে একেধৰণৰ স্থানীয় চৰকাৰী সংস্থা আছে।

ইউ. এছ. এছ. আৰ.-ৰ ১৯৩৬ চনৰ সংবিধানে বিধিবদ্ধ কৰিছে যে ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰসমূহ সাৰ্বভৌম ৰাষ্ট্ৰ। ইউ-নিয়ন ৰিপাব্লিকবোৰৰ বিশেষ লক্ষণবোৰলৈ চকু ৰাখি প্ৰত্যেকখন ৰিপাব্লিকে নিজৰ সংবিধান ৰচনা কৰিছে। ৰিপাব্লিকসমূহৰ ইউ. এছ. এছ. আৰ.-ৰপৰা পৃথক হৈ যোৱাৰ অধিকাৰ আছে আৰু এই প্ৰজাতন্ত্ৰসমূহৰ সন্মতি নোহোৱাকৈ সিবিলাকৰ ভৌগোলিক সীমা

পৰিবৰ্ত্তন কৰিব নোৱাৰে। এই বিপাব্লিকবোৰে বিদেশী ৰাষ্ট্ৰৰ লগত প্ৰত্যক্ষ সম্পৰ্ক স্থাপন কৰিব পাৰে চুক্তি সম্পাদন কৰিব পাৰে আৰু সেইবিলাক ৰাষ্ট্ৰৰ লগত কূটনৈতিক আৰু দূতস্থানীয় প্ৰতিনিধিৰ বিনিময় কৰিব পাৰে। এই বিপাব্লিকবোৰে নিজৰ সামৰিক বাহিনীও ৰাখিব পাৰে।

ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ ৰাষ্ট্ৰীয় ক্ষমতাৰ উচ্চতম সংগঠন হ'ল সৰ্বোচ্চ ছোভিয়েত। প্ৰজাতন্ত্ৰৰ ১৮ বছৰৰ ওপৰৰ সমগ্ৰ নাগৰিকৰ ভোটৰদ্বাৰা চাৰি বছৰৰ কাৰণে এই সৰ্বোচ্চ ছোভিয়েত নিৰ্বাচিত হয়। সাৰ্বজনীন, সমান আৰু প্ৰত্যক্ষ ভোটাধিকাৰৰ ভিত্তিত গোপন ভোটৰদ্বাৰা নিৰ্বাচন অনুষ্ঠিত হয়।

প্ৰজাতন্ত্ৰ এখনৰ বিধানগত ক্ষমতা প্ৰয়োগ কৰে একমাত্ৰ ইয়াৰ চুপ্ৰীম ( সৰ্বোচ্চ ) সোভিয়েতে। এই ছোভিয়েতে প্ৰজাতন্ত্ৰৰ সংবিধান গ্ৰহণ আৰু সংশোধন কৰে, প্ৰজাতন্ত্ৰৰ অৰ্থনৈতিক পৰি-কল্পনা আৰু বাজেট ( ব্যয় বৰাদ্দ ) অনুমোদন কৰে, প্ৰজাতন্ত্ৰৰ ন্যায়িক আদালতে শাস্তি দিয়া নাগৰিকসকলক ক্ষমা আৰু মাৰ্জনা কৰাৰ অধিকাৰ প্ৰয়োগ কৰে, আন্তৰ্জাতিক সম্পৰ্কত প্ৰজাতন্ত্ৰৰ প্ৰতিনিধিত্ব সম্পৰ্কে সিদ্ধান্ত কৰে আৰু প্ৰজাতন্ত্ৰৰ সামৰিক বাহিনী সংগঠনৰ পদ্ধতি নিৰ্দ্ধাৰণ কৰে।

প্ৰজাতন্ত্ৰৰ দৈনন্দিন কাম পৰিচালনা কৰাৰ কাৰণে ইয়াৰ ছুপ্ৰীম ছোভিয়েতে প্ৰতিনিধিসকলৰ ভিতৰৰপৰা এটা সভাপতি-মণ্ডলী ( প্ৰেছিডিয়াম ) নিৰ্বাচিত কৰে। এই সভাপতিমণ্ডলীত থাকে এজন সভাপতি, উপ-সভাপতিসকল, এজন সম্পাদক আৰু অন্যান্য সদস্যসকল। সভাপতিমণ্ডলী ছুপ্ৰীম সোভিয়েতৰ ওচৰত সম্পূৰ্ণ-ৰূপে দায়ী থাকে আৰু ইয়াৰ দুই অধিবেশনৰ মাজৰ কালছোৱাত ইয়াৰ হৈ কাম কৰে। সভাপতিমণ্ডলীৰ অধিকাৰক্ষেত্ৰ নিৰ্দ্ধাৰিত হয় প্ৰজাতন্ত্ৰৰ সংবিধানৰদ্বাৰা।

অধিবেশন পৰিচালনা কৰাৰ কাৰণে সৰ্বোচ্চ ছোভিয়েতে ইয়াৰ এজন সভাপতি আৰু উপ-সভাপতিসকল নিৰ্বাচিত কৰি লয়।

প্ৰজাতন্ত্ৰৰ ছুপ্ৰীম ছোভিয়েতে ইয়াৰ চৰকাৰ—মন্ত্ৰী-পৰিষদ নিয়োগ কৰে। এই মন্ত্ৰী-পৰিষদেই হ'ল প্ৰজাতন্ত্ৰৰ ভিতৰত ৰাষ্ট্ৰ-শক্তিৰ উচ্চতম কাৰ্য্যপালিকা আৰু প্ৰশাসনিক সংস্থা।

মন্ত্ৰী-পৰিষদ ছুপ্ৰীম ছোভিয়েতৰ ওচৰত দায়ী। ছুপ্ৰীম ছোভিয়েতৰ দুই অধিবেশনৰ মাজৰ কালছোৱাত এই মন্ত্ৰী-পৰিষদে প্ৰজাতন্ত্ৰৰ ছুপ্ৰীম ছোভিয়েতৰ সভাপতিমণ্ডলীৰ ওচৰত জবাবদিহি থাকিব লাগে।

প্ৰজাতন্ত্ৰৰ মন্ত্ৰী-পৰিষদত থাকে এজন সভাপতি, উপ-সভাপতি,

মন্ত্রীসকল আৰু মন্ত্রী-পৰিষদৰ অধীনত থকা ৰাষ্ট্রীয় কমিটিসমূহ আৰু অন্যান্য কমিটিৰ সভাপতিসকল।

ইউ. এচ. এচ. আৰু আৰ প্রজাতন্ত্রত প্রচলিত বিধান অনুযায়ী আৰু এইবিলাকৰ ভিত্তিত মন্ত্রী-পৰিষদে সিদ্ধান্ত লয় আৰু নির্দেশ জাৰি কৰে আৰু সেইবোৰ নিৰ্বাহৰ ওপৰত নজৰ ৰাখে। মন্ত্রী-পৰিষদে সমস্ত প্রজাতন্ত্রৰ মন্ত্রী দপ্তৰৰ আৰু এজেন্সীবোৰৰ কাম-কাজ পৰিচালনা আৰু সংযোগসাধন কৰে, প্রজাতন্ত্রৰ অর্থনৈতিক পৰিকল্পনা আৰু ৰাষ্ট্রীয় বাজেট ৰচনা কৰে, স্বশাসিত ৰিপাব্লিক-বোৰৰ ( ইউনিয়ন ৰিপাব্লিকৰ ভিতৰত যদি স্বশাসিত ৰিপাব্লিক থাকে ) আৰু শ্রমজীবী জনসাধাৰণৰ প্রতিনিধিসকলৰ স্থানীয় ছোভিয়েতসমূহৰ কাম-কাজ পৰিচালনা কৰে।

ইউনিয়ন প্রজাতন্ত্রত বিচাৰ পৰিচালিত হয় সর্বোচ্চ আদালত আৰু গণআদালতসমূহৰ দ্বাৰা।

পাঁচ বছৰীয়া কালৰ কাৰণে ৰিপাব্লিকৰ ছুপ্রীম ছোভিয়েতে সর্বোচ্চ আদালত নির্বাচিত কৰে।

জিলাৰ গণ-বিচাৰকসকলক আৰু চহৰৰ গণ-আদালতসমূহ নির্বাচিত কৰে জিলা বা চহৰৰ নাগৰিকসকলে। পাঁচ বছৰীয়া কালৰ কাৰণে সার্বজনীন, সমান আৰু প্রত্যক্ষ ভোটৰ ভিত্তিত

গোপন ভোটৰদ্বাৰা এই আদালতসমূহ নির্বাচিত হয়।

জিলা বা চহৰ আদালতসমূহৰ গণ-পৰামর্শদাতাসকল নির্বাচিত হয় দুবছৰীয়া কালৰ কাৰণে নিজৰ কর্মস্থান বা বাসস্থানত শ্রমিক, কর্মচাৰী আৰু কৃষকসকলৰ ( সৈনিকসকলে নিজৰ ইউনিটত ) সাধাৰণ সভাৰ দ্বাৰা।

বিচাৰকসকল সম্পূর্ণ স্বাধীন আৰু একমাত্র আইনৰহে অধীন।

ইউনিয়ন ৰিপাব্লিকসমূহৰ সংবিধানসমূহে নাগৰিকসকলক কামৰ অধিকাৰ, শিক্ষা আৰু জিৰণিৰ অধিকাৰ, সংবাদপত্র, সভা-সমিতি আৰু শোভাযাত্রাৰ অধিকাৰ সুনিশ্চিত কৰি ৰাখিছে

অর্থনীতি, চৰকাৰ পৰিচালনা, সাংস্কৃতিক, ৰাজনৈতিক আৰু অন্যান্য ৰাজহুৱা ক্ষেত্রত ইউ. এছ্. এছ্. আৰ.ত তিৰোতাই পুৰুষৰে সৈতে সমান অধিকাৰ ভোগ কৰিবলৈ পায়।

প্রত্যেকখন ইউনিয়ন ৰিপাব্লিকৰে নিজস্ব প্রতীক-চিহ্ন আৰু জাতীয় সঙ্গীত আছে।

ইউ. এছ্. এছ্. আৰ. এখন যুক্তৰাষ্ট্র। ইউনিয়ন ৰিপাব্লিক-বোৰে স্বেচ্ছাৰে ইউনিয়ন অব্ ছোভিয়েত ছ'চিয়েলিষ্ট ৰিপাব্লিকক কিছুমান বিষয় চালনা কৰিবলৈ এৰি দিয়ে। এই বিষয়বিলাক হৈছে দেশৰ সাধাৰণ বিকাশ সম্পর্কীয়, ইউ. এছ্. এছ্. আৰ.-ৰ

সকলোবোৰ জাতি-উপজাতিৰ সমূহীয়া স্বাৰ্থ সম্পৰ্কিত ( আন্ত-ৰ্জাতিক সম্পৰ্কত ইউ এছ. এছ. আৰ.ৰ প্ৰতিনিধিত্ব, যুদ্ধ আৰু শান্তিৰ প্ৰশ্ন, বৈদেশিক বাণিজ্য ইত্যাদি )।

সীমান্তৱৰ্তী অঞ্চলবোৰৰ জাতিসমূহৰ অধিকাৰবোৰ ছোভিয়েত সংবিধানে সযত্নে ৰক্ষা কৰে।

ছোভিয়েত ইউনিয়নৰ ৰাষ্ট্ৰক্ষমতাৰ উচ্চতম সংগঠন হ'ল ছুপ্ৰীম ছোভিয়েত। ইয়াৰ দুটা পৰিষদ—ইউনিয়ন ছোভিয়েত আৰু জাতিসমূহৰ ছোভিয়েত। উভয় পৰিষদেই চাৰি বছৰীয়া কালৰ কাৰণে নিৰ্বাচিত হয়। ২৩ বছৰৰ ওপৰত যেই কোনো ছোভিয়েত নাগৰিকেই ছুপ্ৰীম ছোভিয়েতলৈ নিৰ্বাচিত হ'ব পাৰে।

ইউনিয়ন ছোভিয়েত ইউ. এছ. এছ. আৰ.-ৰ নাগৰিক-সকলৰ সমূহীয়া স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰে। আনহাতে, জাতি-সমূহৰ ছোভিয়েতে প্ৰতিনিধিত্ব কৰে বিশেষ জাতীয় বৈশিষ্ট্যৰপৰা উদ্ভূত নাগৰিকসকলৰ বিশেষ স্বাৰ্থৰ। জনসংখ্যা যিমানেই নহওক, সকলোবোৰ ইউনিয়ন ৰিপাব্লিকে জাতিসমূহৰ ছোভিয়েতলৈ সমান সংখ্যক প্ৰতিনিধি—প্ৰত্যেকেই ৩২ জনকৈ প্ৰতিনিধি পঠাব পাৰে। উদাহৰণস্বৰূপে, প্ৰায় ১৩০,০০০,০০০ জনসংখ্যাৰ ৰুছ ফেডাৰেছন আৰু এই জনসংখ্যাৰ মাত্ৰ প্ৰায় ১ শতাংশ জনসংখ্যা থকা

তুৰ্কমেনিয়া উভয়ৰে প্ৰতিনিধি সংখ্যা সমান সমান। স্বশাসিত ৰিপাব্লিকবোৰে পায় ১১ জন প্ৰতিনিধি, স্বশাসিত অঞ্চলবোৰৰ ৫ জন আৰু জাতীয় অঞ্চলবোৰৰ ১ জন।

চুপ্ৰীম ছোভিয়েতৰ উভয় পৰিষদৰে সমান অধিকাৰ আছে। এখন আইন বৈধ হ'বলৈ হ'লে উভয় পৰিষদতে গৃহীত হব লাগিব।

## সমূহীয়া স্বাৰ্থ

সাধাৰণতে, প্ৰাক্-বিপ্লৱী ৰাছিয়াত সীমান্তৱৰ্তী জাতীয় অঞ্চলবোৰ আছিল কৃষি-অঞ্চল। তাত কৃষি অৰ্থনীতি চলিছিল আৰু অত্যন্ত পাছপৰা, আনকি আদিম পদ্ধতিৰে খেতি-বাতি কৰা হৈছিল।

সামাজিক-অৰ্থনৈতিক সম্পৰ্কত এক আমূল পৰিবৰ্তন নোহোৱা হলে সীমান্তৱৰ্তী আওহতীয়া অঞ্চলবোৰৰ জাগৰণ অসম্ভৱেই হলহেঁতেন। এয়া প্ৰশ্ন আছিল—সামন্ত আৰু ট্ৰাইবেল পৰ্য্যায়তে থকা কিছুমান জাতি আৰু উপজাতিয়ে পুঁজিবাদী পৰ্য্যায় এৰাই গৈ সমাজতন্ত্ৰ নিৰ্মাণ কৰিবলৈ আৰম্ভ কৰাৰ প্ৰশ্ন।

কৃষিৰ যি যৌথকৰণে কৃষকৰ বৈষয়িক আৰু সাংস্কৃতিক

মনোন্নয়ন সুনিশ্চিত কৰে, তেনেধৰণৰ আমূল পৰিবৰ্ত্তন প্ৰয়োজন হৈ পৰিছিল। যৌথীকৰণৰ লগত জড়িত আছিল ক্ষুদ্ৰ ক্ষুদ্ৰ জাতি-বোৰক অথবা জীৱনৰপৰা স্থায়ীবাসিন্দাৰ জীৱনলৈ ৰূপান্তৰিত কৰা, এই জাতিসমূহৰ অৰ্থনীতিত বিৰাট পৰিবৰ্তনসাধন কৰা আৰু সিবিলাকৰ সাংস্কৃতিক উন্নয়ন সুনিশ্চিত কৰা। এইভাৱে, পূবৰ অথবা পশুপালক কৃষকক কৃষি কাৰ্য্যত লগোৱা হ'ল। দূৰ উত্তৰাঞ্চলত চুকচি, নেণ্টচি, এভেনকি, খানটি আৰু অন্যান্য সৰু সৰু জাতিবোৰ অধিকতৰ বহুমুখী অৰ্থনীতিত লিপ্ত হবলৈ আৰম্ভ কৰিলে। পহুপালন আৰু মাছ ধৰাৰ উপৰিও এওঁলোক এতিয়া সমুদ্ৰৰ জন্তু চিকাৰ কৰা আৰু আনকি মাটি চহোৱা কামতো লাগিবলৈ ধৰিলে। স্থানীয় মানুহে যৌথ অৰ্থনীতি প্ৰতিষ্ঠা কৰিলে। তেওঁ-লোকৰ পহুৰ পালবোৰ একেগোট কৰি এতিয়া বহু ৰখীয়াক যৌথ অৰ্থনীতিৰ অন্যান্য শাখাত কাম কৰাৰ কাৰণে মুক্ত কৰি দিলে। এনেবোৰ ঘটনা ঘটিবলৈ ধৰিলে দূৰ প্ৰাচ্যত, আলটাই অঞ্চলত আৰু পশ্চিম ছাইবেৰীয়াত। এই অঞ্চলবোৰত স্থানীয় জনসাধাৰণো চিকাৰ কৰা, মাছ মৰা আৰু অথবা পদ্ধতিৰে পশুপালন কৰাৰ কামত প্ৰবৃত্ত আছিল।

পূৰ্বৰ নিৰ্য্যাতিত অঞ্চলবোৰৰ পশ্চাৎপদ অৱস্থা বিলোপ কৰাৰ

প্ৰক্ৰিয়া কঠিন আছিল। পৰাজিত শ্ৰেণীবোৰে, যেনে সামন্ত ভদ্ৰলোক গোষ্ঠী জমিদাৰ, প্ৰতিক্ৰিয়াশীল ধৰ্মযাজকসকলে এই প্ৰক্ৰিয়াৰ বিৰুদ্ধে তুমুল আৰু প্ৰায়েই সশস্ত্ৰ বিৰোধিতা কৰিছিল। তেওঁলোকে অনবৰত কৈ ফুৰিছিল যে সীমান্তৱৰ্তী জাতীয় অঞ্চল-বোৰৰ জাতিসমূহৰ কাৰণে তেওঁলোকৰ অৰ্থনীতি আৰু জীৱন পদ্ধতিৰ পৰিবৰ্তনৰ কোনো প্ৰয়োজন নাই। অঘৰী জীৱন যাপন কৰাৰ কাৰণে আৰু একেবাৰে আদিম পদ্ধতিৰ ভিত্তিত ৰচিত ক্ষুদ্ৰ ব্যক্তিগত অৰ্থনীতি ৰক্ষা কৰাৰ কাৰণে যথেষ্ট সুবিধা আছে। তদুপৰি, তেওঁলোকে প্ৰচাৰ কৰিছিল যে প্ৰাচীন অৰ্থনৈতিক ব্যৱস্থাৰ বিলোপসাধন কৰিলে তৃণভূমি অঞ্চলৰ পশুপালন আৰু কপাহ খেতিৰ সৰ্বনাশ ঘটিব আৰু মধ্য এছীয় ৰিপাব্লিকসমূহ মৰুভূমিত পৰিণত হব।

এই ভৱিষ্যতবাণীৰ কোনোটোৱেই সঁচা প্ৰমাণিত নহ'ল। একমাত্ৰ উজবেকিস্তানতে বিপ্লৱৰ আগৰ পঞ্চাছ বছৰত যিমান কপাহ উৎপাদন হৈছিল তাতোকৈ দহগুণ বেছি উৎপাদন হৈছিল ছোভিয়েত জীৱনৰ অৰ্দ্ধশতাব্দীৰ ভিতৰত। বিশ্বৰ কপাহ উৎপাদনৰ তুলনাত বিচাৰ কৰিলে দেখা যায় যে সংযুক্ত আৰব ৰাষ্ট্ৰ, পাকিস্তান আৰু তুৰস্কৰ মুঠ যিমান কপাহ উৎপাদন হয়, তাতোকৈ

বেছি কপাহ উৎপাদন কৰে এই বিপাব্লিকখনে। প্ৰতি হেক্টাৰত কপাহ উৎপাদনৰ ক্ষেত্ৰত পৃথিৱীৰ ভিতৰত সৰ্বোচ্চ স্থান লাভ কৰা দেশসমূহৰ ভিতৰত উজবেকিস্তানো অন্যতম ( উজবেকিস্তান ২৫.১ মেট্ৰিক চেণ্টনাৰ, মাৰ্কিন যুক্তৰাষ্ট্ৰ ১৮, তুৰস্ক ১৩.৫, ব্ৰাজিল ৫.৬ )।

মধ্য এছিয়াৰ জাতিসমূহৰ এই সাফল্যৰ পিছত প্ৰধান উপাদানসমূহ হ'ল যান্ত্ৰিকীকৰণ আৰু জলসিঞ্চন ব্যৱস্থা, উন্নত কৃষি পদ্ধতি আৰু কৃষিৰ পোক নিয়ন্ত্ৰণত ৰাসায়নিক দ্ৰব্যৰ ব্যৱহাৰ। উজবেকিস্তান, তাজিকস্তান আৰু তুৰ্কমেনিস্তানত কৃষকসকলৰ কাৰণে অসামৰিক বিমান বাহিনীয়ে অপূৰ্ব সাহায্য দিয়ে।

ট্ৰান্সককেছিয়াত ছোভিয়েত ক্ষমতা আৰু নতুন সামাজিক-অৰ্থনৈতিক সম্পৰ্ক স্থাপন কৰাৰ প্ৰক্ৰিয়াও কঠিন প্ৰক্ৰিয়া আছিল। দৃষ্টান্ত স্বৰূপে, আজাৰবাইজানত স্থানীয় বুৰ্জোৱা শ্ৰেণী আছিল যথেষ্ট শক্তিশালী। এওঁলোকে বিদেশী ব্যৱসায়ীসকলৰ লগলাগি তেল পুঁজিলাকত কাম কৰি প্ৰচুৰ ধন-সম্পদ সংগ্ৰহ কৰিছিল। এই ধৰণে পোৱা বিৰাট লাভৰ এটা অংশ ই শ্ৰমিকশ্ৰেণীৰ ওপৰ মহলত ঘোচ দিয়াৰ কামত লগাইছিল আৰু চৰম জাতীয়তাবাদৰ

উচটনি দিছিল। "ৰাছিয়া বা উক্রেন বা বাইলোৰাছিয়া অথবা মধ্য এছিয়াৰ জাতিসমূহৰ লগত ট্ৰান্সককেছিয়ান জাতিসমূহৰ মিলনৰ কোনো প্ৰয়োজন নাই"—আজাৰবাইজান আৰু আৰ্মেনিয়ান আৰু জৰ্জিয়ান জাতীয়তাবাদীসকলেও দোহাৰি কৈছিল।

ট্ৰান্সককেছিয়াৰ জাতিসমূহে যদি জাতীয়তাবাদীসকলৰ কথালৈ কাণ দিলেহেঁতেন, তেন্তে ভালকৈ বাজি ৰাখি কব পৰা হলহেঁতেন যে তেওঁলোকৰ অৱস্থাটো এতিয়াও দুৰ্বল অৰ্দ্ধ-ঔপনিৱেশিক ৰূপতে থাকিলেহেঁতেন।

এই কথা আজি স্পষ্ট যে আজাৰবাইজান, আৰ্মেনিয়ান আৰু জৰ্জিয়ানসকলে যদি ছোভিয়েত জাতিসমূহৰ পৰিয়ালত যোগ নিদিলেহেঁতেন, তেনেহলে তেওঁলোকৰ অৰ্থনীতি কেতিয়াও সম্পূৰ্ণ-ৰূপে বিকশিত নহলহেঁতেন।

দৃষ্টান্ত স্বৰূপে, আজাৰবাইজানৰ কথাকে ধৰা যাওক। বিপ্লৱৰ আগতে, ৰুছ সাম্ৰাজ্যৰ শিল্পৰ ফালৰপৰা অত্যন্ত উন্নত সীমান্ত অঞ্চলসমূহৰ ভিতৰত আজাৰবাইজানো অন্যতম বুলি গণ্য হৈছিল। প্ৰকৃতপক্ষে তাত ঘটিছিল দেশৰ তেল খাদবোৰৰ চৰম অপব্যৱহাৰ আৰু ইয়াৰ ফলত ধূৰ্ত ব্যৱসায়ীসকল চহকী হৈছিল কিন্তু শ্ৰমজীৱী মানুহে একোকে পোৱা নাছিল। ছোভিয়েত ক্ষমতাৰ আগমন

নোহোৱালৈকে আজাৰবাইজানত কোনো প্ৰকৃত শিল্প—ধাতু, যন্ত্ৰ-নিৰ্মাণ, তেলশোধন, ৰসায়নিক শিল্প গঢ়ি উঠা নাছিল। এতিয়া আধুনিক বৈজ্ঞানিক পদ্ধতি আৰু যন্ত্ৰ-পাতিৰ ব্যৱহাৰৰ যোগে তেলৰ যুক্তিসঙ্গত ব্যৱহাৰ চলিছে। বিপ্লৱৰ আগতে তেল খাদত কাম কৰা শ্ৰমিকসকলৰ কাম আছিল অত্যন্ত ভয়ানক আৰু জাহাজত কঠোৰ শ্ৰম কৰা দাসৰ দৰে কাম। এতিয়া আৰু সেই অৱস্থা নাই।

ছোভিয়েত ক্ষমতা প্ৰতিষ্ঠা হোৱাৰ পিছত বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ অগ্ৰগতিৰপৰা সাধাৰণ মানুহো লাভবান হ'ল। শ্ৰমৰ কৰ্ম-দক্ষতা বাঢ়িল আৰু জীৱনযাত্ৰাৰ মানৰ উন্নতি ঘটিল।

প্ৰজাতন্ত্ৰৰ শিল্পজাত উৎপাদন বছৰি বছৰি বাঢ়ি গৈছে। যেনে, দ্বিতীয় বিশ্বযুদ্ধৰ আগে আগে তাঁখাৰ উৎপাদন আছিল ২৩,৭০০ টন, ১৯৬৭ চনত ইয়াৰ পৰিমাণ হয় ৮৩১,৫০০ টন। যুদ্ধৰ আগবছৰত আজাৰবাইজানৰ বিদ্যুৎ উৎপাদন আছিল মাত্ৰ ১,৮০০,০০০ হাজাৰ কিলোৱাট ঘণ্টা বিদ্যুৎ শক্তি; ১৯৬৭ চনত এই সংখ্যা উঠিল ১১,২০০,০০০ হাজাৰ কিলোৱাট ঘণ্টালৈ।

আগুহতীয়া জাতীয় অঞ্চলবোৰৰ সমাজতন্ত্ৰলৈ ৰূপান্তৰ সম্ভৱ হৈছিল একমাত্ৰ সমগ্ৰ ছোভিয়েত দেশখনৰ শিল্পায়নৰ ভিত্তিতহে।

উৎপাদিকা শক্তিসমূহৰ সমাজতান্ত্রিক বিতৰণে প্রাকৃতিক সম্পদৰাজিৰ পৰিপূর্ণ আৰু যুক্তিসঙ্গত ব্যৱহাৰৰ সুযোগ দিয়ে, আগৰ পাছপৰা অঞ্চলবোৰৰ অৰ্থনীতি আৰু সংস্কৃতিৰ জাগৰণ সৃষ্টি কৰে, প্রজাতন্ত্রসমূহৰ মাজত যুক্তিসঙ্গত পাৰস্পৰিক অর্থ নৈতিক সংযোগ আৰু উৎপাদিকা শক্তিসমূহৰ ব্যৱহাৰত সহযোগৰ পথ সুগম কৰে।

সমস্ত বিপাক্ষিকৰ অৰ্থনীতিৰ সমকালীন বিকাশৰ ভিত্তিত উৎপাদিকা শক্তিসমূহৰ সমাজতান্ত্রিক বিতৰণে ছোভিয়েত ইউনিয়নৰ জাতিসমূহৰ প্রকৃত সমতা আৰু ভ্রাতৃত্বমূলক ঐক্য সুনিশ্চিত কৰে। জাতিসমূহৰ সমাজতান্ত্রিক গোষ্ঠীত অর্থ নৈতিক সম্ভাব্য নির্বিশেষে প্রত্যেকখন প্রজাতন্ত্রতে সকলোবোৰ গধুৰ শিল্প সৃষ্টি আৰু বিকাশ কৰাৰ কোনো প্রয়োজন নহয়। ইয়াৰ ফলত আৰ্থিক সম্পদ অত্যন্ত অপৰিপুষ্টভাৱে সিঁচৰতি কৰা হ'ব আৰু অর্থ নৈতিক উন্নয়নৰ হাৰ মন্থৰ কৰি তুলিব। জাতীয় বিপাক্ষিক-সমূহৰ শিল্পায়নৰ আঁচনি যুগুত কৰোতে স্থানীয় অৱস্থা, প্রাকৃতিক সম্পদ, ভৌগোলিক অৱস্থান, পৰিবহন ব্যৱস্থা, ঐতিহাসিক বিকাশৰ স্তৰ আৰু অৰ্থনীতিৰ প্রধান পৰম্পৰাগত ৰূপৰ কথা বিবেচনা কৰা হয়। এনেদৰেই, উজবেকিস্তানত সমাজতান্ত্রিক

অৰ্থনীতিৰ স্বাৰ্থৰ ফালৰপৰা লঘু শিল্পৰ বিকাশক আগভাগ দিয়াটো দাবী কৰা হয়। ইয়াত লঘু শিল্পৰ কাৰণে প্ৰচুৰ কেঁচামালো আছে। ছোভিয়েত শিল্পাঞ্চলবোৰে এই বিপাব্লিকক লঘু শিল্প, বিশেষকৈ বয়ন শিল্প গঢ়ি তোলাৰ কাৰণে প্ৰয়োজনীয় যন্ত্ৰ-পাতি আৰু আহিলাৰ যোগান ধৰে।

এখন ইউনিয়ন দেশত উৎপাদিকা শক্তিসমূহৰ বিতৰণ সম্পৰ্কে সমাজতান্ত্ৰিক নীতি হ'ল প্ৰাকৃতিক সম্পদৰাজিৰ পৰিকল্পিত, যুক্তিসঙ্গত আৰু সৰ্বোচ্চ ব্যৱহাৰ আৰু কেঁচা মালৰ যথাসম্ভৱ ওচৰে-পাজৰে শিল্প প্ৰতিষ্ঠা কৰা। এই সমাজতান্ত্ৰিক নীতিৰ লগত সঙ্গতি ৰাখি উজবেকিস্তানত লঘু শিল্পৰ বিকাশসাধন কৰা হৈছে। লাহে লাহে, লঘু শিল্প গঢ়ি তোলাৰ পিছত উজবেকিস্তানত ধাতুশিল্প আৰু যন্ত্ৰনিৰ্মাণ শিল্পয়ো বিকাশ লাভ কৰিবলৈ আৰম্ভ কৰে।

আনহাতে, খনিজ সম্পদত চহকী কাজাখস্তানত খনিজ শিল্প গঢ়ি তোলা আৰু গধুৰ শিল্পৰ কাৰখানা তৈয়াৰ কৰাৰ কামত তত্তালিকে আত্মনিয়োগ কৰাটোৱেই আছিল শ্ৰেষ্ঠ পথ।

জাতীয় বিপাব্লিকবোৰৰ শিল্পায়নত এক গুৰুত্বপূৰ্ণ উপাদান আছিল ইউ, এছ, এছ, আৰ-ৰ জাতিসমূহৰ ভ্ৰাতৃত্বমূলক পাৰস্পৰিক

সাহায্য। মধ্য এছিয়া আৰু কাজাখস্তানৰ জাতিসমূহে ব্যাপকৰূপে সাহায্য পাইছিল অধিকতৰ শিল্পোন্নত বিপাব্লিক ৰুছ ফেডাৰেছন, উক্রেন, বাইলোৰাছিয়া, আজাৰবাইজান আদিৰপৰা। ফলত, মধ্য এছিয়া আৰু কাজাখস্তানত প্ৰতিষ্ঠা কৰা শিল্পবোৰে সম্পূর্ণ-ৰূপে অত্যাধুনিক আহিলা-পাতিৰ যোগান পাইছিল।

দৃষ্টান্ত স্বৰূপে, ভ্ৰাতৃত্বমূলক সাহায্য পাই উজবেকসকলে তাছখন্দ টেক্সটাইল কমপ্লেক্স, তাছখন্দ কৃষি যন্ত্রপাতি কাৰখানা আৰু চিৰ্‌চিক্ ইলেক্ট্ৰ' কেমিকেল প্লেণ্টৰ নিচিনা দৈত্যাকায় শিল্প গঢ়ি তুলিবলৈ সক্ষম হৈছিল।

কাৰাগাণ্ডাৰ কয়লা খনি অঞ্চল, বলখাছ তামৰ কাৰখানা, চিম্‌কেণ্ট সীহ শিল্প, অক্‌টুবিনস্ক্ ৰাসায়নিক কাৰখানা আৰু অন্যান্য বিশাল শিল্পৰ কাৰণে কাজাখ জনসাধাৰণে গৌৰৱ বোধ কৰে। এই শিল্পবোৰে সমগ্ৰ ছোভিয়েত ইউনিয়নৰ অৰ্থনীতিত এক গুৰুত্বপূর্ণ ভূমিকা পালন কৰিছে।

প্ৰত্যেকটো নতুন বৃহৎ প্ৰকল্পকেই সমগ্ৰ দেশে নিজৰ অপৰিহাৰ্য্য প্ৰতিষ্ঠান বুলি বিবেচনা কৰে। চিৰ্‌চিক্ ইলেক্ট্ৰ' কেমিকেল কাৰখানা নির্মাণকার্য্যত মস্কো, লেনিনগ্ৰাড্, ছ্‌ভেৰ্দলভস্ক, কিয়েভ, ডনেট অঞ্চল, মিন্‌স্ক, বাকুৰ ১৭০টা শিল্পোদ্যোগৰ শ্ৰমিকৰ লগতে

চুবুৰীয়া বিপাব্লিক তাজিক্, উজবেক আৰু কিৰঘিজৰ শ্ৰমিক-সকলবো ৰবঙণি আছে।

বিপ্লৱৰ আগতে তাজিকিস্তানৰ আছিল মাত্ৰ ৬টা কাৰখানা ধৰণৰ উদ্যোগ। ২০০ তকৈ সামান্য সংখ্যক বেছি শ্ৰমিকেহে ইয়াত কাম কৰিছিল। চোভিয়েতৰ শাসন কালত তাজিকিস্তানত নির্মাণ কৰা হ'ল ২৬০ টা ডাঙৰ উদ্যোগ। বিদ্যুৎশক্তি, যন্ত্ৰ নির্মাণ, ধাতু শিল্প, খনিজ শিল্প, গেছ আহৰণ, যন্ত্ৰ সঁজুলি উৎপাদন, কৃষিৰ যন্ত্ৰপাতি, নির্মাণ সামগ্ৰী খুচুৰা ব্যৱসায়ৰ আহিলা, কপাহ, পাট, গোঁথা বস্তুৰ উৎপাদন, মাখন আৰু চৰ্বি উৎপাদন, টিন খাদ্য শিল্প, জোতা, মদ তৈয়াৰ কৰা, ধাতু উৎপাদন আদি শিল্পৰ সমগ্ৰ নতুন শাখাবোৰ সৃষ্টি কৰা হৈছিল সম্পূৰ্ণ আৰম্ভৰ অৱস্থাৰপৰা।

তাজিকিস্তানত গঢ়ি উঠা বিবিলাক শিল্পৰ সামৰ্থ্য প্ৰতি বছৰে বাঢ়ি গৈছে সেইবিলাকৰ ভিতৰত আছে তেল খনন সঁজুলিৰ কাৰখানা, ট্ৰাক্টৰৰ অংশ তৈয়াৰী কাৰখানা, "তাজিকটেক্-স্তিলমাছ" বয়ন যন্ত্ৰ কাৰখানা, "পামীৰ" ৰিফ্ৰিজেৰেটৰ কাৰখানা, তাঁৰ কাৰখানা, বছৰত ১ নিযুত টন চিমেণ্ট উৎপাদন সামৰ্থ্যসম্পন্ন চিমেণ্ট আৰু খাপৰি ( টাইলছ্ ) কাৰখানা, বছৰত ১০৫ নিযুত মিটাৰ কপাহী কাপোৰ উৎপাদন কৰা কপাহী বয়ন কাৰখানা।



• লেনিনৰ নামে অভিহিত তাজিকিস্তান ৰাষ্ট্ৰীয় বিশ্ববিদ্যালয়ৰ পাঠাগাৰত বিদ্যাৰ্থীসকল।

দুছান্বেত তাজিকিস্তান বিজ্ঞান একাডেমীৰ জ্যোতি-পদাৰ্থবিদ্যা প্ৰতিষ্ঠানৰ পৰিচালক মুলাং বাবাজানভ আৰু বিজ্ঞান-কৰ্মী তাতিয়ানা যেৎমানে গগনমণ্ডলৰ উল্কাৰ আলোকচিত্ৰ পৰীক্ষা কৰিছে।



কামচাৎকাৰ ছলাউতনি গাঁৱৰ এখনি প্ৰাথমিক বিদ্যালয়ত পাঠগ্ৰহণ।



দাৰবেন্ত কম্বলৰ কাৰখানাত কম্বল তৈয়াৰী কৰ্মীসকল। দাঘেস্তান স্বায়ত্ত শাসিত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ, ককেছাছ।

ড্ৰাংগেল দ্বীপত বাছাভেং ছেভেৰা যৌথ পাম
চিকাৰী তুকোংকা নানাউন। তেওঁ বহু মে
শিয়াল বধ কৰিছে।

দক্ষিণ-পূৰ্ব ছাইবেৰিয়াত, তুভিনিয়ান স্বায়ত্ত-শাসিত প্ৰজাতন্ত্ৰত তুভাকোবাল্ট কাৰখানাৰ নিৰ্মাণ-থলী।



উজবেক সমাজতান্ত্রিক প্রজাতন্ত্রত মার্গিলান বেচম-বয়ন কম্বাইনড,
ফেক্টৰীত বয়ন-শাল।





উজবেক সমাজতান্ত্রিক প্ৰজাতন্ত্ৰৰ তাছখন্দত 'তাছছেলমাছ' কৃষি যন্ত্ৰপাতি কাৰখানাৰ প্ৰধান উৎপাদন-কেন্দ্ৰ।



কাতুনা নদীব পাবত কেই-জনীমান আলতাই ছোবালী —গোব্‌নো আলতাইস্কি স্বায়ত্তশাসিত অঞ্চল দক্ষিণ ছাইবেবিয়া।



কাজাখ প্ৰজাতন্ত্ৰৰ লোকনৃত
শিল্পীসকলে "চিলাই শিল্প'
আৰু কাৰ্পেট-কাৰিকৰসকলৰ নাচ
পৰিবেশন কৰিছে।



ফ্ৰুঞ্জে সংগীত আৰু নৃত্য পৰিকল্পনা বিদ্যালয়ত বেলে-ক্লাচ— কিৰ্ঘিজ সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ।

কামচাৎকাত পেত্ৰোপাভলোভস্কত মেংগ' কোৰিয়াক জাতীয় নৃত্যদল মঞ্চস্থ কৰা কোৰিয়াক লোক-সংগীতৰ সুৰৰ ভিত্তিত সুৰকাৰ বোৰিচ গফমানে ৰচনা কৰা “এমেন কুত্খ” বেলেৰ এটি দৃশ্য



তাজিক ৰাজধানী দুছান্‌বেৰ লেনিন এভিনিউত বোখাং চাহৰ দোকানৰ এটি দৃশ্য।







উজবেক প্ৰজাতন্ত্ৰৰ তাছখন্দত কেন্দ্ৰীয় ডিপাৰ্ট-মেন্ট ষ্টʼৰ আৰু কাফে "ভেতেৰোক"।



আর্মেনিয়ান প্রজাতন্ত্রব বাজধানী ইয়েবেভানত কবি ছায়াৎ-নোভাব স্মৃতি-স্তম্ভব্‌প পানীব ফোবাবা।

ভাখছ্ বাসায়নিক সাব কাবখানাই বিপাব্লিকব বাসায়নিক শিল্পব সূচনা কবে। তাজিক এলুমিনিয়াম কাবখানাব প্ৰথমটো ইউনিট, ইয়াভাক্ষ ইলেক্ট্ৰ'-কেমিকেল পেণ্ট, ইছফাবত গৃহস্থালী সামগ্ৰীব বাসায়নিক কাবখানা। উবা টিউব্ গোঁথা সাজপাব ফেক্টৰী, সুবেকত চিলাই কাবখানা, পেনজুকেণ্ট আৰু ইছ্ফাবত টিনখাদ্য তৈয়াবী কাবখানা আৰু অন্যান্য বহু উদ্যোগব নিৰ্মাণ সম্পূৰ্ণতাব পথত।

বিপাব্লিকব বিদ্যুৎ শিল্পই অনববত প্ৰসাব লাভ কবি আছে। অক্টোবব বিপ্লবব আগতে তাজিকিস্থানত এটিও বিদ্যুৎ কেন্দ্ৰ নাছিল। ছোভিয়েত আমোলত তাজিকিস্থানত ৪২ টা বিদ্যুৎ কেন্দ্ৰ নিৰ্মাণ কবা হয়। ইয়াব আটাইবোবেই খুব বৃহৎ কেন্দ্ৰ। যেনে, ছিবডবিয়া নদীব ওপবত প্ৰতিষ্ঠিত "জাতিসমূহব বন্ধুত্ব" নামব কাইবাককুম বিদ্যুৎ কেন্দ্ৰ হ'ল ১২৬,০০০ কিলোৱাট শক্তিসম্পন্ন। ভাখ্ছ নদীব ওপবত মধ্য এছিয়াব বৃহত্তম কেন্দ্ৰ হেভ্ বিদ্যুৎকেন্দ্ৰ হ'ল ২১০,০০০ কিঃ ৱাঃ সম্পন্ন।

জনমূৰি বিদ্যুৎ উৎপাদনব হিচাপত তাজিকিস্তানে প্ৰাচ্যব আন সকলোবোব দেশক চেব পেলাই গৈছে। ১৯৬৪ চনত তাজিকিস্তানব জনমূৰি বিদ্যুৎ উৎপাদন আছিল ৭১৮ কিঃ ৱাঃ ঘণ্টাব

বৈদ্যুতিক শক্তি। ইয়াৰ তুলনাত পাকিস্তানত হ'ল ৩৪, ভাৰতত ৭৩ আৰু তুৰস্কত ১৪৩।

১৯৬১ চনত ভাখছ্ নদীৰ ওপৰত নুৰেক বিদ্যুৎ কেন্দ্রৰ নির্মাণকার্য্য আৰম্ভ হয়। ই ইউ. এছ. এছ. আৰ-ৰ ভিতৰত বৃহত্তম বিদ্যুৎ কেন্দ্রবোৰৰ অন্যতম। ইয়াৰ সামৰ্থ্য (২,৭০০,০০০ কিলোৱাট) মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বৃহত্তম বিদ্যুৎ কেন্দ্ৰতকৈও বেছি হব। প্রতি বছৰে ই ১২,০০০,০০০ হেজাৰ কিঃ ৱাঃ ঘণ্টা তড়িৎ শক্তি উৎপাদন কৰিব। নুৰেক বিদ্যুৎ কেন্দ্র হৈছে এক অদ্বিতীয় বিদ্যুৎ কেন্দ্র। ইয়াৰ থাকিব ৩০০ মিটাৰ বান্ধ আৰু ১০,৫০০,০০০ হেজাৰ ঘনমিটাৰ পানী ধৰা জলাধাৰ। ভাখছ্ নদীত বিদ্যুৎ কেন্দ্র লানিৰ আন এটি ৩২০০০০০ কিলোৱাটৰ নিভ্নে ৰাগুনস্ক বিদ্যুৎ কেন্দ্রৰ নির্মাণকার্য্য সোনকালেই আৰম্ভ হব। সমস্ত মধ্য এছীয় প্রজাতন্ত্রসমূহক আৰু কাজাখস্তানৰ দক্ষিণাঞ্চলক সম্ভাদৰত যোগান ধৰিব পৰাকৈ আৰু চুবুৰীয়া ৰাষ্ট্ৰ আফগানিস্তানলৈ ৰপ্তানি কৰিব পৰাকৈ তাজিকিস্তানে প্রচুৰ তড়িৎ-শক্তি উৎপাদন কৰিব।

বিপ্লৱৰ আগতে ছোভিয়েত মধ্য এছীয় ৰিপাব্লিকসমূহে মম-জাতীয় বস্ত্র, গজাল আৰু আনকি কপাহী কাপোৰো আমদানি

কৰিব লগা হৈছিল। এতিয়া এই বিপাব্লিকসমূহে নিজে উৎপাদন কৰা বস্তু বিদেশলৈ ৰপ্তানি কৰে। দৃষ্টান্ত স্বৰূপে, উজবেকিস্তানে ৯১ খন বিভিন্ন দেশলৈ ৰপ্তানি কৰে।

এসময়ৰ পশ্চাৎপদ মধ্য এছিয়া আৰু কাজাখস্তান এতিয়া ইউ. এছ. এছ. আৰ-ৰ ভিতৰত কিছুমান ধৰণৰ উৎপন্ন বস্তুৰ প্ৰধান উৎপাদনকাৰী। কাজাখস্তান বহু অ-লৌহজাত ধাতুৰ বৃহত্তম উৎপাদনকাৰী আৰু কয়লা আৰু বিদ্যুৎ শক্তিৰ তৃতীয় বৃহত্তম উৎপাদনকাৰী।

বিপাব্লিকৰ অ-লৌহজাত ধাতুশিল্প, কয়লা আৰু তেল আহৰণ শিল্প, যন্ত্ৰ-নিৰ্মাণ শিল্পই ছোভিয়েত ইউনিয়নৰ অৰ্থনীতিত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে।

ইউ. এছ. এছ. আৰ-ৰ মুঠ সূতাকটা যন্ত্ৰৰ তিনি-চতুৰ্থাংশ আৰু কপাহগুটি সিঁচা, কপাহ তোলা আৰু অন্যান্য কাম-কাজ কৰা প্ৰচেচিং যন্ত্ৰ উৎপাদনৰ প্ৰায় গোটেইখিনি উৎপাদন কৰে মধ্য এছিয়াৰ বিপাব্লিকসমূহে।

ট্ৰান্স ককেছীয় বিপাব্লিকসমূহৰো সাফল্য কোনো গুণে কম চমকপ্ৰদ নহয়। ৬০-ৰ দশকৰ মাজ ভাগত আৰ্মেনিয়াৰ মুঠ শিল্প-জাত উৎপাদন প্ৰাক্-বিপ্লৱ যুগৰ ১০৭ গুণ আৰু উৎপাদনকাৰী

সামগ্ৰীৰ উৎপাদন বৃদ্ধি পাইছিল ২২৯ গুণ।

ছোভিয়েত আমোলৰ আগতে আৰ্মেনিয়াৰ অৰ্থনৈতিক স্তৰ আছিল ইয়াৰ চুবুৰীয়া দেশ তুৰস্ক আৰু ইৰাণৰ সমপৰ্য্যায়ত। তলৰ দৃষ্টান্তস্বৰূপৰ পৰাই দেখা যাব যে এতিয়া পৰিস্থিতিৰ আমূল পৰিবৰ্তন ঘটিছে। ১৯৬৫ চনৰ পৰিসংখ্যানৰ লগত তুলনা কৰিলে দেখা যায় যে, ছোভিয়েত আৰ্মেনিয়াই তুৰস্কতকৈ ৮·৫ গুণ আৰু ইৰানতকৈ ২২ গুণ বেছি তড়িৎ উৎপাদন কৰে। গৃহস্থালীত ব্যৱহাৰৰ কাৰণে সমস্ত আৰ্মেনিয়াতেই তড়িৎ-শক্তি পোৱা যায়। আনহাতে তুৰস্কৰ ৭০ শতাংশ মানুহে আৰু ইৰানৰ বিপুল সংখ্যাধিক্যাই এই সুযোগ নাপায়।

## নাৰী সমাজৰ মুক্তি

ছোভিয়েতৰ জাতিসমূহৰ বিকাশৰ এটা গুৰুত্বপূৰ্ণ দিক হ'ল নাৰী সমাজৰ মুক্তি। ছোভিয়েত চৰকাৰৰ প্ৰথম ঘোষণাসমূহ আৰু আইনগত কামবিলাকে নাৰী সমাজক পুৰুষৰে সৈতে পৰিপূৰ্ণ সমানাধিকাৰ দান কৰে।

স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সমানাধিকাৰ ঘোষণা কৰিয়েই ছোভিয়েত

বিধানসমূহ কাম থকা নাই। এই বিধানসমূহে সমান কামৰ বাবে সমান মজুৰি সহ কামৰ সমানাধিকাৰ নাৰী সমাজক দান কৰে। তেওঁলোকক দিয়ে বিশ্ৰামৰ অধিকাৰ, শিক্ষাৰ অধিকাৰ, ভূমি ব্যৱহাৰৰ অধিকাৰ আৰু সামাজিক নিৰাপত্তা। নাৰীসকলৰ পূৰ্ণ মজুৰিৰে সৈতে প্ৰসূতিকালীন ছুটি মঞ্জুৰ কৰি, অসংখ্য মাতৃসদন প্ৰতিষ্ঠা কৰি, নাৰ্ছাৰী আৰু কিণ্ডাৰগাৰ্টেন প্ৰতিষ্ঠা কৰি ৰাষ্ট্ৰই মাতৃ আৰু শিশুৰ স্বাৰ্থ ৰক্ষা কৰাৰ দায়িত্ব লয়।

প্ৰাচ্যত নাৰী সমাজৰ মুক্তিৰ বিষয়টোৰ বিশেষ জটিলতাৰ কথা বিবেচনা কৰি ( ইয়াত প্ৰাচীন পাৰিবাৰিক নৈতিকতা, পৰম্পৰা আৰু ধৰ্ম আৰু পিতৃ প্ৰধান সামন্ত সম্পৰ্কৰ প্ৰভাৱ তেতিয়াও বৰ্তি আছিল ) ছোভিয়েত চৰকাৰে ইয়াত সমগ্ৰ ইউনিয়ন ৰিপাব্লিকৰ বিধানসমূহৰ লগতে কিছুমান নতুন বিধানো যোগ দিছে। এই বিধানসমূহে বহু বিবাহ, কইনা কিনা, জোৰ-জবৰদস্তি বিবাহ নিষিদ্ধ কৰে আৰু তিৰোতাৰ কাৰণে বিবাহযোগ্য বয়স ৯ বছৰৰ ( প্ৰাচীন মুছলিম বিধান অনুযায়ী )পৰা ১৬ বছৰলৈ বৃদ্ধি কৰে। জোৰ-জবৰদস্তি বিবাহ আৰু কন্যা বিক্ৰী দণ্ডবিধিৰ অপৰাধ হিচাপে ঘোষণা কৰা হয়। কন্যাৰ বিক্ৰী-মূল্য হিচাপে পোৱা সম্পত্তি আৰু গৰু-ম'হ বাজেয়াপ্তকৰণ হব পাৰে।

মৃতকৰ সম্পত্তিৰে সৈতে তেওঁৰ বিধৱা পত্নীকো উত্তৰাধি-কাৰীয়ে লাভ কৰাৰ যি প্ৰাচীন অধিকাৰ প্ৰচলিত আছিল ৰীতিটোও অন্যান্য ৰীতিৰ লগতে বিলোপ কৰা হয়।

নাৰীসকলৰ অধিকাৰ উলংঘা কৰাটো দণ্ডবিধিৰ অপৰাধ হিচাপে গণ্য হয়।

সাংস্কৃতিক, বৈজ্ঞানিক আৰু কাৰিকৰী উন্নতিৰ সুযোগ লাভ কৰিবলৈ সক্ষম হলেহে নাৰী সমাজৰ প্ৰকৃত মুক্তি লাভ কৰা সম্ভৱ। ছোভিয়েতৰ শিক্ষা ব্যৱস্থাৰ বিকাশৰ ক্ষেত্ৰত গ্ৰহণ কৰা অন্যতম প্ৰথম পদক্ষেপ হ'ল আলাক্ষুকলীয়া সামন্ততান্ত্ৰিক আৰু ট্ৰাইবেল পৰম্পৰা অতিক্ৰম কৰা আৰু বিভিন্ন জাতিৰ ছোৱালীহঁতক ব্যাপক পৰিমাণে স্কুললৈ পঠোৱাৰ ব্যৱস্থা কৰা।

আওহতীয়া জাতীয় অঞ্চলবোৰৰ জাতীয় ৰীতি-নীতি আৰু পৰম্পৰাৰ কথা বিবেচনা কৰি, আৰম্ভণীতে ছোভিয়েত চৰকাৰে ছোৱালীৰ কাৰণে বিশেষ স্কুল প্ৰতিষ্ঠা কৰাৰ ব্যৱস্থা কৰিছিল। আকৃষ্ট কৰাৰ উদ্দেশ্যে ছোৱালীৰ কাৰণে বেজিৰ কাম, কাৰ্পেট বোৱা কাম আৰু চিলাইৰ কাম আদি শিক্ষাৰ ব্যৱস্থাও কৰা হৈছিল।

পিছত, মধ্য এছিয়াৰ সকলোবোৰ ৰিপাব্লিকত আৰু কাজাখ-

শানত অষ্টমবপৰা দশম মানলৈকে ছোৱালীৰ কাৰণে বৰ্ডিং স্কুল ( খোৱা-লোৱা আৰু শিক্ষাৰ ব্যৱস্থা থকা স্কুল ) প্ৰতিষ্ঠা কৰা হৈছিল। এই স্কুলবোৰৰ স্নাতক হোৱা তৰুণীসকলক কলেজ আৰু বিশ্ববিদ্যালয়ত আৰু বিশেষ মাধ্যমিক স্কুলত পঢ়া চলাই থকাৰ কাৰণে উৎসাহ দিবলৈ বিশেষ যত্ন লোৱা হয়।

আজিকালি, মধ্য এচীয় বিপাব্লিকসমূহ আৰু কাজাখস্তানত মহিলা শিক্ষয়িত্ৰীক প্ৰশিক্ষণ দিয়াৰ কাৰণে বহু কলেজ আছে: যেনে, দুছানবেৰ শিক্ষণ শিক্ষাবিজ্ঞানৰ প্ৰতিষ্ঠান, চাৰ্দজ' মহিলা শিক্ষা-বিজ্ঞান স্কুল, তুৰ্কমেনিয়াত মাৰিয়েস্কী মহিলা শিক্ষাবিজ্ঞান প্ৰতিষ্ঠান, কাজাখস্তান আৰু কিৰঘিজিয়াত শিক্ষাবিজ্ঞান প্ৰতিষ্ঠানসমূহ।

স্বাভাৱিকতে, এই সকলোবোৰে মহিলাসকলৰ শিক্ষাৰ সমস্যা সমাধানৰ ক্ষেত্ৰত সাহায্য কৰিছে। বৰ্তমানে, তাজিকিস্তানৰ সমস্ত ছাত্ৰৰ ৪৭ শতাংশ ছাত্ৰী। অন্যান্য জাতীয় বিপাব্লিক-বোৰতো শিক্ষাই সমানে উচ্চ স্তৰ লাভ কৰিছে। উজবেকিস্তানত উচ্চ শিক্ষাপ্ৰাপ্ত মহিলাৰ সংখ্যা ৭০,০০০ আৰু অৰ্হতা-সম্পন্ন মাধ্যমিক শিক্ষাপ্ৰাপ্ত মহিলাৰ সংখ্যা ৮৪,০০০। প্ৰজাতন্ত্ৰৰ ভিতৰত লাভজনক সুবিধাৰে নিয়োজিত হোৱা লোকসকলৰ

ভিতৰত প্ৰায় আধাই হৈছে নাৰী। ইয়াৰ ভিতৰত আছে ১৭,০০০ ইঞ্জিনিয়াৰ আৰু কাৰিকৰ, ডি. এছ্-চি ডিগ্ৰী লাভ কৰা ৪২ গৰাকী উজবেক নাৰী আৰু এম. এছ্-চি ডিগ্ৰী লাভ কৰা নাৰীৰ সংখ্যা ১০০০ আৰু প্ৰায় ৭০০০ মহিলা বিজ্ঞান কৰ্মী।

আজাৰবাইজানত ১৯৬৭-৬৮ শিক্ষা বছৰত ৩০,৩০০ তৰুণীয়ে উচ্চতৰ বিদ্যালয়ত আৰু ২৪৬০০ গৰাকীয়ে বিশেষ মাধ্যমিক স্কুলত পঢ়ি আছিল। মহিলাসকলৰ শিক্ষা সম্পৰ্কত তুৰ্কমেনিয়া আৰু কিৰঘিজিয়াবো সমান চমকপ্ৰদ কৃতিত্বৰ কাহিনী আছে।

নিজৰ প্ৰজাতন্ত্ৰৰ আৰু সমগ্ৰ দেশৰ ৰাজনৈতিক জীৱনত আওহতীয়া জাতীয় অঞ্চলৰ নাৰীসকলে সক্ৰিয় অংশ গ্ৰহণ কৰে। উজবেকিস্তানৰপৰা ২২ গৰাকী নাৰী ইউ. এছ. এছ. আৰ-ৰ ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতৰ সদস্যা, উজবেক ছোভিয়েত সমাজতান্ত্ৰিক ৰিপাব্লিকৰ ছুপ্ৰীম ছোভিয়েতলৈ নিৰ্বাচিত হৈছে ১৪১ গৰাকী মহিলা। উজবেকিস্তানত ৩৬,৭২৭ গৰাকী মহিলা স্থানীয় ছোভিয়েতবোৰলৈ নিৰ্বাচিত হৈছে।

উজবেকিস্তানৰ ৰাষ্ট্ৰপতি হ'ল ইয়াদগাৰ নাস্ৰীদিনোভা। তেওঁ এগৰাকী নাৰী।

# ৰূপত জাতীয় আৰু বিষয়বস্তুত সমাজতান্ত্ৰিক

ক্ষুদ্ৰ জাতিবোৰৰ সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত আৰু জন-সাধাৰণৰ শিক্ষা ব্যৱস্থাত জাতীয় ভাষাসমূহৰ ভূমিকা সম্পৰ্কত প্ৰথমৰপৰাই ছোভিয়েত চৰকাৰে খুব মনোযোগ দিছিল। সকলোবোৰ জাতীয় ভাষাত সংবাদপত্ৰ, থিয়েটাৰ, সাহিত্য, সাংস্কৃতিক প্ৰতিষ্ঠান সৃষ্টি কৰা আৰু সাধাৰণ শিক্ষা আৰু বৃত্তিগত স্কুলৰ ব্যাপক ব্যৱস্থা কৰাটো প্ৰয়োজন হৈ পৰিছিল।

মহান অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰদ্বাৰা ঘোষিত জাতীয় নীতিয়ে প্ৰত্যেক জাতিৰে নবীনচামৰ কাৰণে নিজ ভাষাত শিক্ষা পোৱা আৰু লালিত-পালিত হোৱাৰ অধিকাৰ সুনিশ্চিত কৰি ৰাখিছে। সকলো জাতিয়ে নিজৰ বৰ্ণমালা সৃষ্টি কৰা আৰু ভাষাৰ বিকাশ সাধন আৰু উন্নত কৰাটো সম্ভৱপৰ কৰি তোলা হ'ল।

ভাষাৰ ফালৰপৰা, মধ্য এছিয়া আৰু কাজাখস্তানত বহু ভাষা প্ৰচলিত। ইয়াৰ ভিতৰত বিভিন্ন ধৰণৰ তুৰস্কীয় আৰু ইৰানীয়

ভাষাও আছে। এইবিলাক বিভিন্ন দোৱান আৰু গ্ৰাম্য ভাষাৰ ভিতৰত পৰে। ডুংগান ( উইগুৰ মূলৰ এক মিংলি দোৱান বিভিন্ন আৰবী দোৱানো ইয়াৰ ভিতৰত আছে। অক্টোবৰ বিপ্লৱৰ আগতে এই ভাষাবোৰৰ অধিকাংশৰে লিখিত ৰূপ নাছিল আৰু আৰবী বৰ্ণমালা ব্যৱহাৰ কৰা ভাষাবোৰৰ কোনো নিৰ্দিষ্ট ধৰা-বন্ধা বানান নাছিল। প্ৰাচীন লিখিত ভাষাবোৰ ( উজবেক, তাজিক ) মধ্যযুগীয় দোৱানৰ ওপৰত ভিত্তি কৰি চলিছিল। এই দোৱানে চলিত কথিত ভাষাক প্ৰতিফলিত কৰা নাছিল আৰু সেই কাৰণে সাধাৰণ মানুহে এইবিলাক খুব কমেইহে বুজিব পাৰিছিল। নিজ ভাষাৰ ধৰ্ম-নিৰপেক্ষ স্কুল প্ৰতিষ্ঠা কৰাৰ সুযোগৰপৰা মধ্য এছিয়া আৰু কাজাখস্তানৰ অধিকাংশ জাতিকেই বঞ্চিত কৰা হৈছিল।

এনে জটিল পৰিস্থিতিত, কোনটো সাংস্কৃতিক নীতি অনুসৰণ কৰা উচিত, সেইটো ঠিক কৰাটো খুবেই কঠিন। কিছুমান মানুহৰ পৰামৰ্শ হ'ল যে জাতীয় ভাষাসমূহ পৰিত্যাগ কৰিব লাগে।

জাতীয় সীমান্ত অঞ্চলত সকলোৰে কাৰণে বাধ্যতামূলক হিচাপে ৰুছ ভাষাক ৰাষ্ট্ৰভাষা কৰা আৰু ৰুছ ভাষাতেই সকলো শিক্ষা প্ৰৱৰ্তন কৰিব লাগে বুলি তোলা প্ৰস্তাৱ লেনিনে অগ্ৰাহ্য

কৰে। তেওঁৰ মতে এনে প্ৰস্তাৱ ইউ, এছ, এছ, আৰ-ৰ সমস্ত ভাষাৰ অবাধ বিকাশৰ নীতিৰ বিৰোধী। অৱশ্যে, ঐতিহাসিক পৰম্পৰা আৰু ৰুছ ভাষাৰ ঐতিহ্যৰ অংশ গ্ৰহণ কৰিবলৈ মাওহতীয়া জাতীয় অঞ্চলবোৰৰ জনসাধাৰণৰ সাৰ্বজনীন ইচ্ছাৰ ফলত বিপ্লৱৰ অলপ পিছতে ৰুছ ভাষা দ্বিতীয় চৰকাৰী ভাষা হৈ পৰিছিল।

নিজৰ ভাষাসমূহ বিকাশ কৰাৰ কামত জাতীয় সংখ্যালঘুসকলে বিৰাট সাহায্য পাইছিল। বাছিয়া আৰু জাতীয় অঞ্চলবোৰৰ প্ৰখ্যাত ভাষাবিদসকলে জাতীয় ভাষাসমূহৰ কাৰণে লিখিত পদ্ধতি উলিওৱা কামত অংশ গ্ৰহণ কৰিছিল। এই সম্পৰ্কত ইমান বেছি পৰিমাণে কাম কৰা হৈছিল যে ইয়াৰ ফলত ইভেন্‌কি, নেন্ট্‌জি, চুকচি, মান্‌ছি আদি সংখ্যালঘুসকলসহ সকলোবোৰ জাতিয়েই নিজস্ব বৰ্ণমালা পাইছিল।

বৰ্ণমালাৰ উন্নয়নৰ পিছত জাতীয় ভাষাসমূহত সংবাদপত্ৰ ছপা কৰা হ'ল। নতুন লিখিত ভাষাৰ উন্নতি বিধানৰ কাৰণে, জাতীয় স্কুল প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত ই প্ৰচুৰ পৰিমাণে সাহায্য কৰে। সংবাদপত্ৰসমূহে জাতিসমূহৰ জীৱনৰ বহুৰূপ তুলি ধৰে, ৰুছ আৰু অন্যান্য ভাষাৰপৰা অনুবাদ সাহিত্য ছপা কৰে, লোকগাঁথা, প্ৰাচীন

ৰীতি-নীতিৰ ওপৰত প্ৰবন্ধ আৰু জাতীয় লিখক আৰু কবিসকলৰ ৰচনা আৰু কবিতাও প্ৰকাশ কৰে।

ক্ষুদ্ৰ মধ্য এছীয় স্বশাসিত ৰিপাব্লিক টুভাৰ জনসংখ্যা মাত্ৰ ২০০,০০০। বৰ্তমানে ইয়াৰ আছে তিনিখন আলোচনী, তিনিখন আঞ্চলিক আৰু চাৰিখন জিলা বাতৰিকাকত। এইবিলাকৰ মুঠ প্ৰচাৰ সংখ্যা ৪১,০০০।

আগতে টুভাৰ সকলোবোৰ মানুহেই আছিল অশিক্ষিত এতিয়া তেওঁলোকে নিজৰ জাতীয় ভাষাতে কিতাপ পঢ়িবলৈ পায়। ১৯৪৪ চনৰপৰা টুভাৰ ছপাশালবোৰে প্ৰায় দুহেজাৰ বিভিন্ন শিৰোনামাৰ কিতাপ ছপাই উলিয়াইছে আৰু এইবোৰৰ সৰ্বমুঠ সংখ্যা হ'ব সাত নিযুত!

লিখিত ভাষা সৃষ্টিৰ লগে লগে অশিক্ষিত যুৱকসকলৰ শিক্ষাৰ কাৰণে জাতীয় প্ৰজাতন্ত্ৰ আৰু অঞ্চলবোৰত ব্যাপক ভিত্তিত স্কুল স্থাপন কৰা হৈছে। লগতে আছে ল'ৰা-ছোৱালীৰ কাৰণে প্ৰাথমিক স্কুল। এইবিলাকত মাতৃ ভাষাৰ যোগেদি শিক্ষা দিয়া হয়।

স্বেচ্ছাসেৱাৰ কাম ব্যাপক পৰিমাণে চলে। নিৰক্ষৰতা দূৰীকৰণত সাহায্য কৰাৰ উদ্দেশ্যে ছাত্ৰ আৰু চহৰৰ মানুহ গাওঁ

অঞ্চলবোৰলৈ গৈছিল। কালিৰ ছাত্রসকলেই নিৰক্ষৰ কৃষক আৰু শ্রমিকসকলক অ-আ, ক-খ শিকাবলৈ আৰম্ভ কৰিছিল।

ছোভিয়েত শাসনৰ প্রথম বছৰবোৰত নিৰক্ষৰতাৰ বিৰুদ্ধে সমগ্র দেশব্যাপী চলা অভিযানত বহুসংখ্যক শিক্ষকৰ প্রয়োজন হৈ পৰিছিল। শিক্ষকসকলৰ স্কুল আৰু কলেজ স্থাপন কৰি এই দাবী পূৰণ কৰিব পৰাৰ আগতে, সাময়িক ব্যৱস্থা হিছাপে তিনি মহীয়া, ছমহীয়া আৰু বাৰমহীয়া চুটি পাঠ্যক্রম ব্যৱহাৰ কৰা হৈছিল।

দ্রুত বর্দ্ধমান সমাজতান্ত্রিক অর্থ নীতিয়ে বিচাৰে ক্রমে বেছি-সংখ্যক দক্ষ শ্রমিক, পৰিচালক কর্মী, কৃষি বিশেষজ্ঞ আৰু ইঞ্জিনিয়াৰ। নিৰক্ষৰতা দূৰীকৰণ অভিযানৰ লগে লগে, সাধাৰণ শিক্ষাৰ আৰু বিশেষ মাধ্যমিক স্কুল, উন্নত প্রশিক্ষাৰ স্কুল আৰু শেষত উচ্চতৰ শিক্ষা প্রতিষ্ঠান স্থাপন কৰা হল। অধিকাংশ ক্ষেত্রত শিক্ষাৰ মাধ্যম আছিল স্থানীয় ভাষা।

বর্তমানে, সকলোবোৰ ছোভিয়েত প্রজাতন্ত্রতে ৮ বছৰীয়া শিক্ষা বাধ্যতামূলক। দৃষ্টান্ত স্বৰূপে, উজবেকিস্তানত বর্তমানে আছে ৩,০০০,০০০ ছাত্রৰে সৈতে ৯০০০ স্কুল আৰু ২টা বিশ্ব-বিদ্যালয়, আৰু ২২৪,০০০ ছাত্রৰে সৈতে ৩৬ খন কলেজ। জন-

সংখ্যাৰে অনুপাতে, উজবেকিস্তানত ছাত্ৰৰ সংখ্যা ফ্ৰান্সৰ প্ৰায় দুগুণ, বৃটেন আৰু ইটালীৰ তিনি গুণ আৰু জাৰ্মান ফেডাৰেল বিপাব্লিকৰ ১৩ গুণ।

ছোভিয়েত জৰ্জিয়াত জনশিক্ষাৰ স্তৰ উজবেকিস্তানৰ লগত প্ৰায় সমান উচ্চ। ৬০ৰ দশকৰ মাজভাগত জৰ্জিয়াত প্ৰতি ১০,০০০ জনসংখ্যাৰ ভিতৰত ছাত্ৰৰ সংখ্যা আছিল ১৬৭ জন সেই একে তুলনাত জাপানৰ ছাত্ৰ সংখ্যা আছিল ৭৯ জন, ফ্ৰান্সৰ ৮১ জন, বৃটেনৰ ৫০ জন আৰু ইটালীৰ ৪৫ জন।

জনসংখ্যাৰ অনুপাতে উচ্চ শিক্ষা প্ৰাপ্ত লোকৰ সংখ্যা জৰ্জিয়াতেই পৃথিৱীৰ ভিতৰত আটাইতকৈ বেছি আৰু মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত জৰ্জিয়াৰ স্থান পৃথিবীৰ ভিতৰত দ্বিতীয়।

এতিয়া প্ৰতিখন বিপাব্লিকৰে নিজস্ব জাতীয় বিজ্ঞান একাডেমী আছে। উজবেকিস্তানত এটা একাডেমী ১৯৪৩ চনত যুদ্ধৰ সময়তে প্ৰতিষ্ঠা কৰা হৈছিল। ইয়াৰ দহোটা গৱেষণা প্ৰতিষ্ঠান আছিল। এতিয়া ইয়াত ১৬০ টাতকৈও বেছি বিজ্ঞান কেন্দ্ৰ আছে আৰু এই কেন্দ্ৰবোৰত ২০,০০০ মানুহে কাম কৰে।

প্ৰজাতান্ত্ৰিক বিজ্ঞান একাডেমীসমূহে সমগ্ৰ ইউনিয়ন আৰু বিশ্ব-বিখ্যাত ভালেমান প্ৰখ্যাত বৈজ্ঞানিকৰ জন্ম দিছে। আৰ্মেনিয়ান

বিজ্ঞান একাডেমীৰ সভাপতি বিখ্যাত জ্যোতির্বিদ ভি, আম্বার্ট-ছুমিয়ান সমগ্র বিশ্বত সুপৰিচিত। তেওঁ বুৰাকান মানমন্দিৰত এক বৃহৎ গৱেষণাকাৰী দলৰ নেতৃত্ব কৰে। এই মান মন্দিৰত তেওঁৰ অগ্রগামী কামৰ ফলত তেওঁ মাৰ্কিন যুক্তৰাষ্ট্ৰ, বৃটেন, ফ্রান্স, কানাডা, বেলজিয়াম, অষ্ট্রিয়া আৰু অন্যান্য দেশৰ একাডেমী আৰু বিজ্ঞান সমিতিবোৰৰ সন্মানসূচক ফেল'ছিপ লাভ কৰিছে। উজবেকিস্তানত উদ্ভিদ ৰসায়নবিদ্যাৰে এজন প্রধান বিশেষজ্ঞ একাডেমিচিয়ান এছ, য়ুনুছভে প্রচুৰ ফলদায়ক কাম কৰিছে। তেওঁক সমাজতান্ত্রিক শ্রম-বীৰ উপাধিৰে ভূষিত কৰা হয়। তেওঁ মধ্য এছীয় ৰিপাব্লিকবোৰত ৩৯টা বিভিন্ন খাৰযুক্ত উদ্ভিদ আৱিষ্কাৰ কৰিছে আৰু "বাৰভিন হাইড্রক্লৰাইড নামৰ এটা ঔষধ তৈয়াৰ কৰিছে আৰু স্নায়ুপ্রদাহ (নিউৰাইটিছ), বহুস্নায়ুপ্রদাহ (পলি-নিউৰাইটিছ), কঁকালৰ বাতবেদনা (লাম্বাগ) আৰু আন কিছুমান ৰোগৰ চিকিৎসাত ইয়াক সফলভাৱে ব্যৱহাৰ কৰা হৈছে। উদ্ভিদৰ বাঢ়নত প্রভাবান্বিত কৰাত, ৰোগৰ বিৰুদ্ধে প্রতিৰোধ শক্তি বৃদ্ধি কৰাত, যন্ত্রৰ দ্বাৰা তোলাৰ আগতে কপাহ গছৰ পাতবোৰ সৰোৱাত খাৰযুক্ত পদাৰ্থক ব্যৱহাৰ কৰাত সফলকাম হ'ব বুলি বৈজ্ঞানিক-সকলে আশা কৰে।

বৃহৎ বৈজ্ঞানিক কেন্দ্ৰবোৰ যে কেৱল ইউনিয়ন আৰু স্ব-শাসিত বিপাব্লিকবোৰৰ ৰাজধানীবোৰতেহে প্ৰতিষ্ঠা কৰা হৈছে এনে নহয়। এইবিলাক অন্যান্য চহৰতো স্থাপন কৰা হৈছে। উদাহৰণ স্বৰূপে, ভলগাৰ মধ্যভাগত অৱস্থিত স্বশাসিত 'ৰিপাব্লিক মৰড'ভিয়াৰ ৰাজধানী চাৰানস্কৰ কথাই ধৰা যাওক। বিপ্লৱৰ আগতে এইখন আছিল ১৫,০০০ জনসংখ্যাৰ এখন দেৱ-পৰিত্যক্ত সৰু চহৰ। মৰড'ভিয়ান জনসাধাৰণ আছিল সম্পূৰ্ণৰূপে নিৰক্ষৰ দাৰিদ্ৰ্য-পীড়িত, অসংখ্য ৰোগগ্ৰস্ত।

এতিয়া চাৰানস্ক এক গুৰুত্বপূৰ্ণ শিল্প কেন্দ্ৰ। অন্যান্য গৱেষণা আৰু শিক্ষা প্ৰতিষ্ঠানৰ উপৰিও ইয়াৰ মুঠ ৬০০০ ছাত্ৰৰে সৈতে এটা ৰাষ্ট্ৰীয় বিশ্ববিদ্যালয়ৰ পাঁচোটা ফ্যাকালটি (শিক্ষা বিভাগ) আছে—ইতিহাসত বিশেষজ্ঞ সকলক শিক্ষা দান কৰা ইতিহাস আৰু দৰ্শন, ৰুছ ভাষা আৰু সাহিত্য, মৰড'ভিয় ভাষা আৰু সাহিত্য, বিদেশী ভাষা (ইংৰাজী আৰু জাৰ্মান); পদাৰ্থ বিজ্ঞান আৰু গণিত শাস্ত্ৰ; ৰসায়ন আৰু জীৱবিদ্যা; কৃষি।

চাৰানস্ক বিশ্ববিদ্যালয়ৰ আছে ৩৯ টি অধ্যাপকৰ পদ, অসংখ্য ৰসায়নাগাৰ, প্ৰশিক্ষা সুযোগ, এখন উদ্ভিদ বিষয়ক উদ্যান আৰু প্ৰায় আঢ়ৈলাখ কিতাপৰে সৈতে এটা লাইব্ৰেৰী।

# প্ৰথমে স্বাস্থ্য

জনকল্যাণ আৰু সাংস্কৃতিক মানোন্নয়ন, বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ অগ্ৰগতি আৰু বিনামূলীয়া চিকিৎসা সেৱাৰ ব্যাপক আৰু ক্ৰমোন্নত ব্যৱস্থাই ছোভিয়েত জনসাধাৰণৰ স্বাস্থ্যৰ ক্ষেত্ৰত বৰঙণি যোগাইছে। বিপ্লৱৰ আগতে যিবিলাক ৰোগে (যেনে, প্লেগ, কলেৰা, ব্যাপক গ্ৰহণী, টাইফাছ ইত্যাদি) হাজাৰ হাজাৰ মানুহৰ জীৱন নাশ কৰিছিল, এতিয়া ইয়াৰ ফলত এই ৰোগবোৰ লোপ পাইছে।

ইউ. এছ. এছ. আৰ-ৰ দক্ষিণ-পশ্চিম অঞ্চলত থকা ক্ষুদ্ৰ ইউনিয়ন ৰিপাব্লিক মলদাভিয়াৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰা যায়। বিপ্লৱৰ আগতে, ইয়াত চিকিৎসা সেৱা অত্যন্ত নিম্নস্তৰত আছিল আৰু সাধাৰণ মানুহৰ কাৰণে কাৰ্য্যতঃ নাছিলেই।

নাৰী আৰু শিশুৰ কাৰণে চিকিৎসা সেৱা বিশেষৰূপে দুঃখজনক অৱস্থাত আছিল। চহৰত বাস কৰা সামান্য সংখ্যক নাৰীয়েহে প্ৰসৱৰ সময়ত চিকিৎসাৰ সাহায্য পাইছিল। কিণ্ডাৰগাৰ্টেন বা শিশুৰ কাৰণে পৰামৰ্শদাতা কেন্দ্ৰৰ কোনো ব্যৱস্থাই নাছিল।

ছোভিয়েত আমোলত চিকিৎসা সেৱাৰ সংগঠনত বিৰাট

পৰিবৰ্তন সাধন কৰা হয়। ১৯১৩ চনত মলদাভিয়াত আছিল মাত্র ৬৮ খন চিকিৎসালয়। এতিয়া এই বিপাব্লিকত আছে দুশাত্তাৰতকৈও বেছি চিকিৎসালয়, বহুমুখী ৰোগ পৰীক্ষাগাৰ, ঔষধালয় আৰু মাতৃসদন।

১৯৬৭ চনত মলদাভিয়াত প্ৰতি দহ হাজাৰ বাসিন্দাৰ ভিতৰত মাধ্যমিক ডাক্তৰী শিক্ষাপ্ৰাপ্ত ৭০ জনকৈ বিশেষজ্ঞ আৰু ১৯ জনকৈ ডাক্তৰ আছিল।

খেতিৰ ভৰপকৰ সময়ত, খেতিয়কক খিতাতেই চিকিৎসাৰ সুযোগ দিয়াৰ কাৰণে চলন্ত চিকিৎসা সৰঞ্জাম পথাৰবোৰলৈকে যায়। অস্থায়ী ঔষধ-দোকানো পথাৰতেই স্থাপন কৰা যায়।

বিপ্লৱৰ পিছত মলদাভিয়াত ভালেমান চিকিৎসা বিষয়ক গৱেষণা কেন্দ্ৰ গঢ়ি উঠে—অনক'লজী, টিউবাৰকুলাছিছ, হাইজিন আৰু এপিডেমিওলজীৰ প্ৰতিষ্ঠান।

জীৱনযাত্ৰাৰ মানোন্নয়ন, গাঁও আৰু চহৰত স্বাস্থ্যসন্মত অৱস্থাৰ উন্নয়ন, স্বাস্থ্যৰক্ষা আৰু চিকিৎসাৰ ফলত সংক্ৰামক ৰোগ বহু পৰিমাণে কমি গৈছে। যক্ষ্মাৰোগৰ কাৰণবোৰ প্ৰায় আধা লোপ পাইছে। সম্প্ৰতি, মলদাভিয়াত মেলেৰীয়া, টুলাৰেমিয়া,

ক্ৰচেল'ছিছ, টাইফয়েড্ বোগৰ কোনো বোগীৰ খবৰ পোৱা নাই।

কিন্তু ছোভিয়েত শাসনৰ কালছোৱাত চিকিৎসা সেৱাৰ ক্ষেত্ৰত আটাইতকৈ নাটকীয় উন্নতি লাভ হয় মধ্য এছীয় বিপাব্লিকসমূহত। প্ৰথম বিশ্বযুদ্ধৰ আগতে ক্ষুদ্ৰ মলদাভিয়া ইউৰোপত সম্পূৰ্ণ দেৱ-পৰিত্যক্ত স্থান বুলি বিবেচিত হৈছিল। এই ক্ষুদ্ৰ মালদাভিয়াৰো আছিল ৬৪টা চিকিৎসা কেন্দ্ৰ। আনহাতে, ইয়াৰ তিনিগুণ আয়তনৰ তাজিকিস্তানৰ আছিল ৪০ খন বিচনাৰে সৈতে মাত্ৰ এটা চিকিৎসালয়। ইয়াৰ আছিল মাত্ৰ ১১টা বাহিৰাবোগীৰ পৰীক্ষা কেন্দ্ৰ আৰু সৰ্বমুঠ ১৩ জন ডাক্তৰ।

কিন্তু এই চিকিৎসা প্ৰতিষ্ঠানবোৰে কেৱল সেই অঞ্চলত থকা সৈন্যবাহিনী আৰু প্ৰশাসনিক বিষয়াসকলৰ চিকিৎসাহে কৰিছিল। তাজিকসকল চিকিৎসা সেৱাৰপৰা কাৰ্য্যতঃ বঞ্চিত আছিল। তেওঁলোকে অশিক্ষিত চিকিৎসকৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। গতিকে, বসন্ত, টাইফয়েড, ট্ৰাকোমা, মেলেৰীয়া আদি বোগ তাজিক জনসাধাৰণৰ মাজত ব্যাপকৰূপে দেখা দিয়াটোত আচৰিত হব লগা একো নাছিল। প্লেগ আৰু কলেৰা সময়ে সময়ে মহামাৰীৰূপে দেখা দিছিল আৰু হেজাৰ হেজাৰ জীৱন নাশ

কৰিছিল। নিকৃষ্ট স্বাস্থ্যব্যৱস্থাৰ কাৰণেই প্ৰসৱৰ সময়তে বহু নাৰী আৰু শিশুৰ মৃত্যু ঘটিছিল। এতিয়া তাজিকিস্তানত আছে ১৫০০ চিকিৎসা কেন্দ্ৰ। ইয়াৰ ভিতৰত আছে ২৫ হাজাৰ ৰোগীৰ কাৰণে সুবন্দোবস্তু থকা ২৫০ টা বৃহৎ আস্পতাল।

জনসংখ্যাৰ তুলনাত ডাক্তৰৰ সংখ্যাৰ অনুপাতত তাজাকি স্তানে পৃথিৱীৰ বহু উন্নত দেশকো চেৰপেলাই গৈছে। বসন্ত আৰু মেলেৰীয়া ৰোগ শিপাৰে সৈতে উভালি পেলোৱা হৈছে, ট্ৰাকোমা এতিয়া আৰু মহামাৰি ৰোগ নহয় আৰু আন আন সংক্ৰামক ৰোগৰ ঘটনাও বিৰল হৈ পৰিছে। তাজিকিস্তানত জীৱন কালৰ গড় পৃথিৱীৰ উচ্চতম জীৱনকাল পোৱা দেশবোৰৰ ভিতৰত অন্যতম আৰু জন্মহাৰো বেছি।

জাতীয় সীমান্ত অঞ্চলবোৰত চিকিৎসা সেৱা সংগঠন কৰোঁতে ভয়ানক বিপত্তিৰ সন্মুখীন হ'ব লগা হৈছিল। ধৰ্মীয় কুসংস্কাৰ, স্থানীয় জাতীয়তাবাদীসকলৰ প্ৰচাৰ, সিঁচৰিত হৈ থকা জনসংখ্যাৰে বিশাল অঞ্চল আদি অসুবিধাৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লগা হৈছিল।

উদাহৰণ স্বৰূপে, লেনা নদীৰ অববাহিকাত অৱস্থিত ইয়াকুৎৰ স্বশাসিত সমাজতান্ত্ৰিক বিপাব্লিকৰ আয়তন ৩ নিযুত বৰ্গ কিলো-

মিটাৰ। ফ্ৰান্সৰ আয়তনৰ ৫ গুণ দেশ ইয়াৰ ভিতৰত সামৰিব পৰা হ'ব। কিন্তু ইয়াৰ জনসংখ্যা হ'ল মাত্ৰ ৭০০,০০০।

মধ্য এছিয়া আৰু ককেছাছৰ কিছুমান পাহাৰীয়া অঞ্চল আৰু চুকোট্‌কা আৰু টুভাৰ অৱস্থাও একে ধৰণৰ।

কিছুমান চিকিৎসা কেন্দ্ৰ স্থাপন কৰাৰ উপৰিও আৰু এক সমস্যা আছিল। সেই সমস্যা হ'ল আধুনিক পৰিবহন বিশেষকৈ বিমান পথেৰে চিকিৎসা সেৱা প্ৰৱৰ্তন কৰাৰ সমস্যা। এতিয়া এই অঞ্চলবোৰত মানুহে নিশ্চিতৰূপে যে জানে কোনো মানুহ যদি গুৰুতৰ ৰোগত আক্ৰান্ত হয়, তেনেহলে প্ৰাথমিক চিকিৎসাৰ সাহায্য দিয়া বিমানে সেই ৰোগীজনৰ চিকিৎসাৰ কাৰণে এজন ডাক্তৰ, অথবা আনকি এজন অধ্যাপককো লৈ আহিব। এই সকলোবোৰৰ কাৰণে ৰোগীয়ে কোনো খৰচ বহন কৰিব নালাগে।

জনসাধাৰণৰ স্বাস্থ্য উন্নয়নৰ প্ৰচেষ্টা কেৱল যথোপযুক্ত সাৱধানতা আৰু চিকিৎসাৰ ব্যৱস্থা, নিয়মিতভাৱে স্বাস্থ্য পৰীক্ষা আৰু চিটাৰ ব্যৱস্থা কৰাটোতেই সীমাবদ্ধ নাথাকে। শাৰীৰিক ব্যায়াম আৰু খেলা-ধূলা প্ৰসাৰণৰ কাৰণেও সকলো প্ৰকাৰে চেষ্টা কৰা হয়।

এই সমস্যা সমাধান কৰিবলৈ যাওঁতে সীমান্তৱৰ্তী জাতীয় অঞ্চলসমূহৰ ছোভিয়েত কতৃপক্ষই ভালেমান বিপত্তিৰ সন্মুখীন হব লগা হৈছিল। ক্ৰীড়াৰ এক গণ-চৰিত্ৰ থাকিব লাগিব। খেলা-ধূলাৰ শাৰীৰিক দিশত বিকাশৰ লগত সামঞ্জস্যপূৰ্ণ হব লাগিব, খেল ধেমালি ৰূপত জাতীয় বৈশিষ্ট্যপূৰ্ণ হব লাগিব আৰু ল'ৰা-ছোৱালী, ডেকা, যুৱক আৰু আনকি বৃদ্ধসকলৰ কাৰণেও সহজ-সাধ্য আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ হ'ল, স্ত্ৰী-পুৰুষ উভয়ৰে কাৰণে সহজসাধ্য হব লাগিব। আগৰ জাতীয় অঞ্চলবোৰত, য'ত ইছলাম ধৰ্মই তিৰোতাক খালী শৰীৰ দূৰৰ কথা, আনকি মুখখনো উলিওৱা নিষিদ্ধ কৰি ৰাখিছিল তেনেবোৰ অঞ্চলত ব্যাপক খেল-ধেমালিৰ আন্দোলনৰ কথা কেনেকৈ কোৱা যায় ?

ইয়াৰ কাৰণে প্ৰয়োজন হৈছিল বছৰৰ পিছত বছৰ ধৰি ধৈৰ্য্য সহকাৰে বুজনি দিয়া, জাতীয় শিকাৰু আৰু শাৰীৰিক ব্যায়াম চৰ্চাৰ শিক্ষকসকলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা। তাৰ মাজেদিহে, ছোভিয়েত ইউনিয়নৰ মধ্যৱৰ্তী অঞ্চলবোৰত খেলাধূলাই যি ভূমিকা পালন কৰিছিল, তেনে ভূমিকা মধ্য এছিয়া আৰু অন্যান্য আওহতীয়া অঞ্চলবোৰে গ্ৰহণ কৰিব পাৰিছিল।

এতিয়া উজবেকিস্তানত জাতীয় ধৰণৰ খেল-ধেমালি, যেনে

চিকাৰ ঘোঁৰাৰ খেল আৰু মালযুঁজেই প্ৰধান, লগতে ৩০টা অন্য ধৰণৰ খেল-ধেমালিও প্ৰচলিত। ইয়াৰ ভিতৰত আছে ফুটবল, বাস্কেট-বল, স্কিখেল, সাঁতোৰ, তৰোৱাল খেল আৰু অন্যান্য ব্যায়াম। ৰিপাব্লিকৰ ৫০ খন ষ্টেডিয়াম (খেল পথাৰ) ৬৬টা সাঁতোৰা পুখুৰী, ৮০০ খেলপথাৰ আৰু ৮০০ তকৈ বেছি ব্যায়ামশালা আছে। অধিবাসীসকলৰ ২০ শতাংশই শাৰীৰিক ব্যায়াম অথবা খেলা-ধূলাত অংশগ্ৰহণ কৰে।

উজবেকিস্তানৰ ৫০ জন বীৰখেলুৱৈ (এথলেটছ্) আছে যিসকল বিশ্ব, ইউৰোপ, অলিম্পিক আৰু ইউ. এছ. এছ. আৰ-ৰ শ্ৰেষ্ঠ খেলুৱৈ। তাছখন্দৰ "পাখটাকৰ" ষ্টেডিয়ামত ৭০,০০০ দৰ্শকৰ কাৰণে বহাৰ ব্যৱস্থা আছে। বিভিন্ন অলিম্পিক খেলৰ কাৰণে উপযোগী কৰি ষ্টেডিয়াম নিৰ্মাণৰ কাম প্ৰায় সম্পূৰ্ণ হব ধৰিছে। চাইকেল আৰু মটৰ শিক্ষাৰ কাৰণেও ইয়াত পথৰসুবিধা ৰখা হৈছে। ওচৰতে ঘোঁৰাদৌৰৰ কাৰণে পথাৰ তৈয়াৰ কৰা হব।

সম্প্ৰতি উজবেক খেলুৱৈসকলে আৰু এটা খেল কেন্দ্ৰ পাইছে "এছ্লিক" (যুৱক) কেন্দ্ৰ। ইয়াত ২০০ খেলুৱৈয়ে ১৮টা ভিন্ন ভিন্ন খেল একেলগে খেলিব পৰা সুযোগ ৰখা হৈছে। ইয়াত ভলী বলৰ পাঁচখন আৰু বাস্কেটবলৰ দুখন পথাৰ আছে, ব্যায়াম আৰু

ভাৰ-উত্তোলনৰ কাৰণে এখন মঞ্চ আছে আৰু ২০০ মিটাৰ আয়তনৰ বৃত্তাকাৰ এক চিন্দাৰট্ৰেক খেলৰ ব্যৱস্থা আছে।

শাৰীৰিক ব্যায়াম চৰ্চাৰ তাছখন্দ ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানে উচ্চ শিক্ষা-সম্পন্ন বিশেষজ্ঞক শিক্ষাত উত্তীৰ্ণ কৰায়।

# আওহতীয়া জাতীয় অঞ্চলৰ ভৱিষ্যত

ছোভিয়েত ইউনিয়নৰ অতীতৰ পশ্চাৎপদ আওহতীয়া জাতীয় অঞ্চলবোৰৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক বিকাশৰ কাৰণে কি দৃষ্টিভঙ্গী লোৱা হৈছে? এই প্ৰশ্নৰ স্পষ্ট উত্তৰ পোৱা যাব ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ কাৰ্য্যসূচীত।

ইয়াত কোৱা হৈছে—সমাজতন্ত্ৰৰ আমোলত জাতিসমূহ সমৃদ্ধ হয় আৰু সিবিলাকৰ সাৰ্বভৌমত্ব সবল হয়। জাতিসমূহৰ বিকাশ আগুৱায় ভ্ৰাতৃত্বমূলক পাৰস্পৰিক সাহায্য আৰু বন্ধুত্বৰ বান্ধোন শক্তিশালী কৰাৰ পথেদি নতুন শিল্পকেন্দ্ৰবোৰৰ উৎপত্তি, নতুন নতুন প্ৰাকৃতিক সম্পদ আৱিষ্কাৰ আৰু আহৰণ, নতুন নতুন মাটিত খেতিৰ ব্যৱস্থা আৰু সকলো ধৰণৰ পৰিবহন ব্যৱস্থাৰ উন্নতিসাধন—এই সমস্ত ঘটনাই ছোভিয়েত ইউনিয়নৰ বিভিন্ন জাতিৰ জনসাধাৰণৰ

গতিশীলতা বৃদ্ধি কৰিছে আৰু তেওঁলোকৰ মাজত আদান-প্ৰদান ব্যাপক কৰি তুলিছে। ছোভিয়েত প্ৰজাতন্ত্ৰসমূহত বিভিন্ন জাতি-উপজাতিৰ মানুহে একেলগে থাকে আৰু কাম কৰে। ইউ. এছ. এছ. আৰ-ৰ ভিতৰত বিভিন্ন ইউনিয়ন ৰিপাব্লিকবোৰৰ মাজত সামান্যই পুৰণি তাৎপৰ্য্য হেৰুৱাই পেলাইছে। কাৰণ, সকলো জাতিৰেই আছে সমান অধিকাৰ, তেওঁলোকৰ জীৱনৰ ভিত্তি হ'ল সমাজতন্ত্ৰৰ সাধাৰণ নীতিসমূহ, প্ৰত্যেক জাতিৰেই বৈষয়িক আৰু আত্মিক দাবীসমূহ সমানে পূৰণ কৰা হয় আৰু তেওঁলোকৰ সামূহিক লক্ষ্য সাম্যবাদৰ পথত আগবাঢ়ি যাওঁতে তেওঁলোকৰ জীৱনৰ মূল স্বাৰ্থৰদ্বাৰা তেওঁলোক সকলোৰেই ঐক্যবদ্ধ হয় একেটি পৰিয়ালত।

সাম্যবাদৰ জয়ৰ লগে লগেই জাতিসমূহ ক্ৰমে আৰু বেছি ওচৰ চাপি আহিব, আত্মিক আৰু অৰ্থ নৈতিক ঘনিষ্ঠ সম্পৰ্ক আৰু বাঢ়িব, নতুন সাম্যবাদী নৈতিকতাৰ সাধাৰণ লক্ষণসমূহ স্পষ্টৰূপে দেখা দিব। অৱশ্যে, শ্ৰেণী পাৰ্থক্য বিলোপকৰণত যিমান সময়ৰ প্ৰয়োজন, তাতোকৈ বহু বেছি সময়ৰ প্ৰয়োজন হয় জাতীয় পাৰ্থক্য, বিশেষকৈ ভাষাৰ পাৰ্থক্য দূৰীকৰণত।

জাতীয় পাৰ্থক্যৰ প্ৰতি অৱজ্ঞা কৰা অথবা ইয়াক অতিৰঞ্জিত কৰি দেখুৱাটো কমিউনিষ্ট পাৰ্টিয়ে প্ৰশ্ৰয় নিদিয়ে। জাতীয় সম্পৰ্কৰ

ক্ষেত্রত কমিউনিষ্ট পাৰ্টিৰ কাৰ্যাসূচীয়ে ছোভিয়েত জাতি আৰু উপ-জাতিবোৰৰ অৰ্থনীতি আৰু সংস্কৃতিৰ সৰ্বাঙ্গীণ বিকাশ দৃঢ়তৰ কৰিবলৈ বিচাৰে, ক্ৰমবৰ্দ্ধমান ঘনিষ্ঠতৰ ভ্ৰাতৃত্বমূলক সহযোগ আৰু পাৰস্পৰিক সাহায্য, জীৱনৰ সকলোক্ষেত্ৰতে স্বাৰ্থৰ সঙ্গতি আৰু সমন্বয় সাধনৰ কাৰণে চেষ্টা কৰে আৰু ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰসমূহৰ ঐক্য সুদৃঢ় কৰাৰ ব্যৱস্থা কৰে।

ভ্ৰাতৃপ্ৰতিম প্ৰজাতন্ত্ৰসমূহৰ অৰ্থনীতিৰ সৰ্বাঙ্গীণ বিকাশ, প্ৰাকৃতিক সম্পদৰাজিৰ পৰিকল্পনামূলক আহৰণ আৰু উৎপাদনৰ যুক্তিযুক্ত বিতৰণ, প্ৰজাতন্ত্ৰসমূহৰ মাজত সমাজতান্ত্ৰিক শ্ৰম-বিভাজনৰ উৎকৰ্ষসাধন, সিবিলাকৰ শ্ৰম-প্ৰচেষ্টাৰ মাজত সমন্বয়সাধন, ফেডাৰেল ৰাষ্ট্ৰ আৰু বেলেগ বেলেগ প্ৰজাতন্ত্ৰসমূহৰ স্বাৰ্থৰ মাজত সঠিক ভাৰসাম্য ৰক্ষা কৰা—এইবিলাকেই হৈছে ইউ. এছ এছ. আৰ-ৰ চলিত নীতি। অৰ্থনৈতিক ব্যৱস্থাপনাৰ ক্ষেত্ৰত ইউনিয়ন ৰিপাব্লিকসমূহৰ অধিকাৰ সম্প্ৰসাৰণৰ ফলত ভাল ফল পোৱা গৈছে। ভৱিষ্যতে এই ধৰণৰ ব্যৱস্থা আৰু লোৱা হব। অৱশ্যে, এই কথা মনত ৰখা দৰ্কাৰ যে সাম্যবাদৰ বৈষয়িক আৰু কাৰিকৰী ভিত্তি ৰচনা কৰাৰ কাৰণে প্ৰয়োজন ছোভিয়েত প্ৰজাতন্ত্ৰসমূহৰ মাজত আৰু বেছি ঘনিষ্ঠতৰ সংযোগ আৰু বজাবজি।

কমিউনিষ্ট নির্মাণৰ সমস্যা সমাধানৰ কাৰণে আৰু অৰ্থনৈতিক কাৰ্য্যকলাপৰ সমন্বয় উন্নত কৰাৰ কাৰণে কিছুমান অঞ্চলত বিভিন্ন প্ৰজাতন্ত্ৰৰ মাজত অৰ্থনৈতিক সংগঠন প্ৰতিষ্ঠা কৰিব পাৰি (বিশেষকৈ জলসিঞ্চন, যৌথ বিদ্যুৎ গ্ৰিড, পৰিবহন ইত্যাদি ক্ষেত্ৰত)।

পূৰ্বাপৰৰ দৰেই, নীতি হ'ব জাতি আৰু উপজাতিসমূহৰ বিশেষ স্বাৰ্থৰ প্ৰতি যথোপযুক্ত দৃষ্টি ৰাখি, যিবিলাক অঞ্চলৰ বিকাশ খৰতকীয়া কৰা প্ৰয়োজন, সেইবিলাক অঞ্চলৰ প্ৰতি বিশেষ মনোযোগ দি, সিবিলাকৰ মাজত প্ৰকৃত সমতা প্ৰতিষ্ঠা কৰা। ক্ৰমবৰ্ধমান বৈষয়িক সম্পদ সমপৰিমাণে বিতৰণ হ'ব সকলো জাতি আৰু জাতীয় সংখ্যালঘুসকলৰ মাজত।

ছোভিয়েত ইউনিয়নৰ অন্যতম প্ৰধান কৰ্তব্য হ'ল সংস্কৃতিৰ অধিকতৰ উন্নয়ন সুনিশ্চিত কৰা—এই সংস্কৃতি ৰূপত হ'ব জাতীয় চৰিত্ৰ আৰু বিষয়বস্তুত হ'ব সমাজতান্ত্ৰিক প্ৰকৃতিৰ।

সমাজতান্ত্ৰিক জাতিসমূহৰ অভিজ্ঞতাই দেখুৱাইছে যে জাতীয় ৰূপবোৰ নিৰূপিত নহয়,—সেইবিলাক বৰং বিকশিত আৰু পৰিবৰ্তিত হয়, অধিকতৰ সাধাৰণ লক্ষণ লাভ কৰে, অচল আৰু নতুন অৱস্থাৰ লগত খাপ নোখোৱাবোৰক পৰিত্যাগ কৰে। সমস্ত

ছোভিয়েত জাতিসমূহৰ কাৰণে সাধাৰণ এক আন্তৰ্জাতিক সংস্কৃতিৰ উদয় হৈছে। প্ৰতিটো জাতিৰ সংস্কৃতিৰ ভঁৰাল অনবৰত সমৃদ্ধ হৈছে ক্ৰমবৰ্ধমান আন্তৰ্জাতিক চৰিত্ৰৰ ৰচনাৱলীৰ দ্বাৰা।

ইউ. এছ. এছ. আৰ-ৰ জাতিসমূহৰ সংস্কৃতিৰ সমাজতান্ত্ৰিক বিষয়বস্তুৰ বিকাশসাধন অত্যন্ত গুৰুত্বপূৰ্ণ বুলি ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিয়ে বিবেচনা কৰে। এই জাতিসমূহে পৰস্পৰে পৰস্পৰক সমৃদ্ধ কৰাৰ আৰু মিলনৰ সেতু সুদৃঢ় কৰাত সিবিলাকৰ আন্তৰ্জাতিক ভিত্তি উন্নত কৰাত ই সাহায্য কৰিব। এইভাৱে সাম্যবাদী সমাজৰ সাধাৰণ সাৰ্বজনীন সংস্কৃতিৰ ক্ষেত্ৰত ই বৰঙণি আগবঢ়াব।

প্ৰত্যেক জাতিৰ প্ৰগতিশীল পৰম্পৰাক সমৰ্থন কৰি আৰু সেই-বিলাক সমগ্ৰ ছোভিয়েত জনসাধাৰণে চুকি পাব পৰা কৰি, ছোভিয়েত সমাজতান্ত্ৰিক সমাজে, সাম্যবাদ নিৰ্মাণকাৰীসকলৰ এক নতুন বৈপ্লবিক ঐতিহ্য—সকলো জাতিৰ কাৰণে সাধাৰণ ঐতিহ্যৰ গঢ় দিয়াৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিব।

জাতীয় ভাষাসমূহৰ অবাধ বিকাশৰ কাৰণে অৱস্থা সৃষ্টি কৰা, যেই কোনো ভাষাতেই নিজৰ সতি-সন্ততিক শিক্ষা দিয়া, লালন-পালন কৰা আৰু কথা কোৱাৰ পূৰ্ণ স্বাধীনতা প্ৰত্যেকজন নাগৰিকক

দান কৰা, কোনো এটা ভাষাৰ ব্যৱহাৰ ক্ষেত্ৰত বিশেষ সুবিধা, বা বাধা-নিষেধ সৃষ্টি অথবা জোৰ জবৰদস্তি কৰাৰ কাৰণে কোনো-ৰকমৰ প্ৰশ্ৰয় নিদিয়া—এই ব্যৱস্থাসমূহ ছোভিয়েত ইউনিয়নে চলাই গৈ থাকিব। ভ্ৰাতৃত্বমূলক বন্ধুত্ব আৰু পাৰস্পৰিক বিশ্বাসৰ অৱস্থাত জাতীয় ভাষাসমূহে বিকাশ লাভ কৰিব সমতা আৰু পাৰস্পৰিক সমৃদ্ধিৰ ভিত্তিত।

বৰ্তমানে নিজ জাতীয় ভাষাৰ লগতে স্বেচ্ছাকৃতভাৱে ৰুছ ভাষাও শিক্ষা কৰাটো এটা ইতিবাচক প্ৰক্ৰিয়া বুলিব পাৰি। কাৰণ, ই অভিজ্ঞতা বিনিময়ত সাহায্য কৰে আৰু ইউ. এছ. এছ. আৰ.-ৰ অন্যান্য সকলো জাতিৰ সাধাৰণ সাংস্কৃতিক সাফল্যত আৰু বিশ্ব-সংস্কৃতিৰ পৰম্পৰাৰ ক্ষেত্ৰত প্ৰতি জাতিয়ে অংশ গ্ৰহণ কৰাত ই সুযোগ সৃষ্টি কৰে। ইউ. এছ. এছ. আৰ-ৰ জাতি-সমূহৰ মাজত আন্তৰ্জাতিক আদান-প্ৰদান আৰু সহযোগৰ ভাষা হিচাপে ৰুছ ভাষাই কাৰ্যতঃ স্থান গ্ৰহণ কৰিছে।

সমাজতন্ত্ৰৰ এটা প্ৰধান লভ্যবস্তু হিচাপে জাতিসমূহৰ মাজত বন্ধুত্ব শক্তিশালী কৰাৰ কাৰণে জাতীয় সম্পৰ্কৰ ক্ষেত্ৰত আন্তৰ্জাতি-কতাৰ নীতি দৃঢ়তাৰে কাৰ্যকৰী কৰাৰ নীতি ছোভিয়েত ইউনিয়নে নিৰৱচ্ছিন্নভাৱে চলাই যাব। জাতীয়তাবাদ আৰু জাত্যাভিমানৰ

যেই কোনো প্ৰকাশ বা অৱশিষ্টাংশৰ বিৰুদ্ধে, জাতীয় সংকীর্ণমনা আৰু বিচ্ছিন্নতাৰ মনোভাবৰ বিৰুদ্ধে, অতীতকেই আদর্শজ্ঞান কৰা আৰু জাতিসমূহৰ ইতিহাসত থকা সামাজিক দ্বন্দ্ব, সাম্যবাদী নির্মাণৰ প্ৰগতিত বাধা সৃষ্টি কৰা ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰক উজ্জ্বল ৰূপ দি ব্যাখ্যা কৰাৰ মনোভাবৰ বিৰুদ্ধে ছোভিয়েত সমাজে দৃঢ়তাৰে সংগ্ৰাম চলাই যাব। সাম্যবাদী নির্মাণৰ ক্ৰমবর্ধমান সুযোগৰ ফলত জাতিসমূহৰ মাজত অনবৰত কৰ্মী বিনিময়ৰ প্ৰয়োজন বৃদ্ধি পাইছে। সোভিয়েত প্ৰজাতন্ত্ৰসমূহৰ বিভিন্ন [illegible]তিৰ কৰ্মীৰ শিক্ষা আৰু নিনিয়োগৰ ক্ষেত্ৰত জাতীয় বৈষম্যমূলক ব্যৱহাৰৰ কোনো লক্ষণকেই প্ৰশ্ৰয় দিয়া নহব। ইউ. এছ. এছ. আৰ.-ৰ সকলো জাতি আৰু উপজাতিৰ স্বাৰ্থতেই প্ৰয়োজন জাতীয়তাবাদৰ সকলো বহিঃপ্ৰকাশৰ বিলুপ্তিকৰণ। একমাত্ৰ ইউ এছ. এছ. আৰ.-ৰ ভ্ৰাতৃপ্ৰতিম সমাজতান্ত্ৰিক জাতিসমূহৰ মহান পৰিয়ালৰ ভিতৰতহে প্ৰতিখন ছোভিয়েত প্ৰজাতন্ত্ৰই উন্নতিৰ জখলাত আগবাঢ়ি যাব পাৰে।

* * * * *

মুক্তিপ্ৰাপ্ত জাতিসমূহৰ মাজত নতুন ধৰণৰ সম্পৰ্কৰ ভিত্তি স্থাপন কৰি লেনিনে কমিউনিষ্টসকলৰ ঐকান্তিক আগ্ৰহ প্ৰকাশ

কৰিছিল—সম্পূৰ্ণ বিশ্বাস আৰু ভ্ৰাতৃত্বমূলক ঐক্যৰ সুস্পষ্ট বাস্তৱ প্ৰয়োগৰ ভিত্তিত সকলো জাতিৰ এক স্বপ্ৰণোদিত ইউনিয়ন স্থাপন কৰাৰ কাৰণে।

বহু জাতিৰ দেশ ছোভিয়েত ইউনিয়নৰ সৃষ্টি আৰু বিকাশৰ মাজেদি মূৰ্ত হৈ উঠিছে লেনিনৰ সেই ভাৱধাৰা।

**অজিয়াত কয়লা, তীখা আৰু বোল্ড ষ্টকৰ উৎপাদন**

( হাজাৰ টনত )

| | ১৯১৩ | ১৯৪০ | ১৯৬৮ |
|---|---|---|---|
| কয়লা | ৭০ | ৬২৫ | ২২৬৪ |
| তীখা | — | ০·২ | ১৪৪৫ |
| বোল্ডষ্টক | — | — | ১১৬৪ |

**কাজাকস্তানত কয়লা ( নিযুত টনত ), তেল ( হাজাৰ টন ) আৰু বিদ্যুৎশক্তি ( নিযুত কিঃ ৱাঃ ঘঃ ) উৎপাদন**

| | ১৯১৩ | ১৯৪০ | ১৯৬৮ |
|---|---|---|---|
| কয়লা | ০·১ | ৭·০ | ৫৩·৮ |
| তেল | ১১৮ | ৬৯৭ | ৭৪২৯ |
| বিদ্যুৎ শক্তি | ১·৩ | ৬৩২ | ২৭,৬০০ |

উজবেকিস্তানত কপাহ তোলা যন্ত্ৰ তৈয়াৰ (গোট হিচাপে), কপাহ উৎপাদন (হাজাৰ টনত) আৰু কপাহী বস্ত্ৰৰ উৎপাদন (নিযুত মিটাৰত)

| | ১৯১৩ | ১৯৪০ | ১৯৬৮ |
|---|---|---|---|
| কপাহ তোলা যন্ত্ৰ | — | ৫ | ৭৭৩১ |
| কপাহ উৎপাদন | ৫২২ | ১৪১৬ | ৪,০১২ |
| কপাহী বস্ত্ৰ | — | ১০৭ | ২২৩ |

আৰ্মেনিয়াত ধাতু-কটা যন্ত্ৰ তৈয়াৰ (গোট হিচাপে)

| ১৯৪৫ | ১৯৬৮ |
|---|---|
| ৩৫ | ১০,৯০০ |

উচ্চ শিক্ষাৰ্থী আৰু ছাত্ৰৰ সংখ্যা

(শিক্ষা বছৰৰ প্ৰাৰম্ভণীত, হাজাৰ হিচাপত)

| | সকলো ধৰণৰ সাধাৰণ স্কুল | | বিশেষ ধৰণৰ মাধ্যমিক স্কুল | | উচ্চ শিক্ষাৰ স্কুল | |
|---|---|---|---|---|---|---|
| | ১৯১৪-১৯১৫ | ১৯৬৮-১৯৬৯ | ১৯১৪-১৯১৫ | ১৯৬৮-১৯৬৯ | ১৯১৪-১৯১৫ | ১৯৬৮-১৯৬৯ |
| কিৰঘিজিয়া | ৭ | ৭২৩ | — | ৩৯·৩ | — | ৪৪ |

| | | | | | | |
|---|---|---|---|---|---|---|
| তাজিকিস্তান | ০'৪ | ৬৯৯ | — | ৩২'৭ | — | ৪১ |
| উজবেকিস্তান | ১৮ | ২৯৮৩ | ০'১ | ১৪৮'৪ | — | ২২৪ |

## চিনেমা প্ৰজেক্টাৰৰ সংখ্যা

| | ১৯১৩ | ১৯৪০ | ১৯৬৮ |
|---|---|---|---|
| কিৰঘিজিয়া | ১ | ২১৩ | ১০৩৯ |
| তাজিকিস্তান | — | ১৪০ | ৯৩২ |
| মলদাভিয়া | ৭ | ১০৬ | ১৪৫১ |

## ৰাজহুৱা পাঠাগাৰ ( ক ) আৰু সিবিলাকৰ কিতাপৰ সংখ্যা ( খ )

( কিতাপ নিযুত হিছাপত )

| | | ১৯১৩ | ১৯৪০ | ১৯৬৮ |
|---|---|---|---|---|
| তুৰ্কমেনিয়া | (ক) | | ৭১১ | ১১৩৫ |
| | (খ) | | ১'২৪৪ | ৬'০৫৪ |
| তাজিকিস্তান | (ক) | | ৪০১ | ১০৫৫ |
| | (খ) | | ০'৪৯৫ | ৬'৭৪৬ |
| কিৰঘিজিয়া | (ক) | | ৫৮৮ | ১৩২৪ |
| | (খ) | | ০ ৭৫৬ | ১০'০৩৪ |

কিছুমান পুঁজিবাদী দেশৰ তুলনাত ইয়াকুত স্বশাসিত ছোভিয়েত সমাজতান্ত্রিক প্রজাতন্ত্রত প্রতি ১০,০০০ জন-সংখ্যাত ডাক্তাৰৰ সংখ্যা

| | |
|---|---|
| ইয়াকুতিয়া | ১৭'৯ |
| ফ্রান্স | ১৫'৬ |
| পাকিস্তান | ০'৯ |

---